# ভবিষ্যত কথা

বা

# সন্ত-চরিত।

মহাকবি ৺কবিচন্দ্র রচিত।

প্রকাশক

শ্রীমহেশ্বর দেব গোস্বামী

ও

শ্রীআনন্দচন্দ্র দেব গোস্বামী

বেদান্তবাগীশ, কবিবিশারদ।

PRINTED BY B. CHATTERJEE AT THE
ARYAN PRESS
CALCUTTA.

# ভবিষ্যত কথা

বা

# সন্ত-চৰিত।



মহাকবি ৺কবিচন্দ্ৰ ৰচিত।



প্ৰকাশক

শ্ৰীমহেশ্বৰ দেব গোস্বামী

শ্ৰীআনন্দচন্দ্ৰ দেব গোস্বামী

বেদান্তবাগীশ, কবিবিশাৰদ।

মূল্য ।৵০ আনা।

# শলাগ।

এই পুথিখনি ধাৰ্ম্মিক-প্ৰবৰ দেশ-হিতৈষী মহাত্মা শ্ৰীযুত মহেশ্বৰ গোস্বামী আৰু মই লগ লাগি প্ৰকাশ কৰিলোঁ। উপৰোক্ত মহোদয়ৰ অৰ্থ সাহায্য নোপোৱা হলে এই কাৰ্য্য সফল নহল হেতেন। তাত বাজেও কলিকতাত থকা শ্ৰীযুত প্ৰাণেশ্বৰ দাসৰ পৰা যি সাহায্য পাইছোঁ তাৰ বাবে তেখেতৰ বহুত শলাগ লইছোঁ। তেখেতে যত্ন কৰি প্ৰুফ চাই নিদিলে পুথিখনি কেতিয়াও ছপা কৰি উলিয়াব নোৱাৰিলোঁ হেতেন। বিদেশত ছপা হোৱাৰ বাবে, আৰু মূল যিমান দূৰ পৰা যায় যেনে আছে তেনে ৰাখিবলৈ চেষ্টা কৰা বাবে, এই সংস্কৰণত বহুত বৰ্ণাশুদ্ধি আদি থাকি গল। ঈশ্বৰে কৰিলে দ্বিতীয় তাঙ্গৰণত তাক শুদ্ধ কৰি উলিয়াবলৈ চেষ্টা কৰা যাব।

ইতি

শ্ৰীআনন্দ চন্দ্ৰ দেব গোস্বামী

বেদান্তবাগীশ কবিবিশাৰদ।

# পাতনি।

আমি বহু যতনেৰে, কেইবাখনো "ভৱিষ্যপুৰাণ" পুথি অনাই, চাই এই পুথিখনি প্ৰস্তুত কৰিছোঁ। আমি যিমান পাৰিছোঁ হাতেৰে লিখা পুথিৰ ভুলবোৰ সংশোধন কৰি দিছোঁ। তথাপি যে ই নিৰ্ভুল হৈছে তেনে কথা আমি ডাঠি কৰ নোৱাৰোঁ। সহৃদয় পাঠক সকলে যেন তেনে ভুলভ্ৰান্তিৰ নিমিত্তে আমাক ক্ষমা কৰে।

এইখনি অসমীয়া সাহিত্যৰ ভিতৰত এখনি বৰ মূল্যবান পুথি। ইয়াৰ পৰা আসামত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব অবগত হব পাৰি আৰু এই দেশত জন্ম গ্ৰহণ কৰা প্ৰসিদ্ধ বৈষ্ণৱ সকলৰ সম্বন্ধেও আচল কথা জানিব পাৰি। আজি কালি মানুহে শিক্ষাৰ বা কুশিক্ষাৰ বলত গাৰ বলেৰে যেয়ে যিহকে মন যায় তাকে প্ৰকৃত ঐতিহাসিক তত্ত্ব বুলি প্ৰকাশ কৰা দেখা যায়। মূলৰ প্ৰতি লক্ষ্য কৰা আৰু সেই মূলৰ সাৰ কি তাক অনুসন্ধান-কৰা লোকৰ সংখ্যা আমাৰ দেশত ইমান কম যে, নাই বুলিলেও অত্যুক্তি নহয়। অনেকক বুঢ়ি আইৰ বা ককা দেউতাৰ বা দেউতাৰ পৰা শুনা সাধু কথাৰ ওপৰত নিৰ্ভৰ কৰি জীৱন চৰিত্ৰ লিখা দেখা গৈছে; আৰু অনেকক তেনে কিতাপ আগ্ৰহেৰে পঢ়াও দেখা গৈছে। এইটো যে, কিমান অনিষ্টকৰ কথা তাক পাঠক সকলে অলপ ভাবি চালেই বুজিব পাৰিব।

এই পুথিখনৰ ৰচনা কাৰক ৺কবিচন্দ্ৰ আছিল। ৺ৰায়সৰস্বতীৰ ককায়েক যে কবিচন্দ্ৰ আছিল তাক সকলোৱে জানে। পাঠক সকলে গ্ৰন্থ খনি আদ্যোপান্ত পঢ়িলে বুজিব পাৰিব বাস্তৱিক

এই গ্ৰন্থ খনি কি উপাদেয় বস্তু। গ্ৰন্থকাৰে পুথিৰ সামৰণিত এই দৰে লিখিছে :—

"হেন জানি সৰ্ব্বজন, কৃষ্ণ কথা দিয়া মন
হৰিনামে কৰিয়োক ৰতি।
ভনে কবিচন্দ্ৰ বৰ, শুনা সবে নিৰন্তৰ,
এহি মানে গ্ৰন্থ সমাপিত ॥

আজি লৈকে যিমানবোৰ চৰিত্ৰ পুথি ওলাইছে ৺কবিচন্দ্ৰৰ নিচিনা ওখ থাপৰ কৱিয়ে লিখা এখনি পুথিও ওলোৱা নাই; সেই গুণে আমি আশা কৰিছোঁ যে, অসমীয়া মানুহে এই পুথি খনিক উচিত আদৰ কৰিব। এই পুথিৰ লিখক ৺কবিচন্দ্ৰ ভাৰতী যে, শ্ৰীশ্ৰী— দামোদৰ দেৱৰ এজন প্ৰধান শিষ্য আছিল তাক এই গ্ৰন্থৰ মুখ বন্ধৰ পৰাই ভাল কৈ বুজিব পাৰি। তেওঁ লিখিছে :—

"জয় জয় দামোদৰ অগতিৰ গতি।"
"নমো নাৰায়ণ, বিঘিনি খণ্ডন, অনাদি অনন্ত হৰি।
কলিৰ লোকক, নিস্তাৰ কৰিলা দামোদৰ ৰূপ ধৰি ॥
"অপাৰ সংসাৰ, তৰণ কাৰণে, লোকৰ চিন্তিয়া হিত।
যেন পূৰ্ব্বদিশে, অন্ধকাৰ নাশি, প্ৰসন্ন সূৰ্য্য উদিত ॥

এই পুথিত শ্ৰীশ্ৰীদামোদৰ দেৱৰ জন্ম সম্বন্ধে এই দৰে লিখিছে :—

গৌতম ঋষিয়ে অহল্যা আৰু ইন্দ্ৰক শাপ দি ভাবিলে যে, তেওঁৰ বংশৰ পৰা এই কলঙ্ক কেনেকৈ স্খলন হব। এই ভাবি তেওঁ হিমালয় পৰ্ব্বতৰ ওচৰত, গঙ্গাৰ দাঁতিত গৈ কঠোৰ তপস্যা কৰি ঈশ্বৰক আৰাধনা কৰিবলৈ ধৰিলে। ঈশ্বৰ তেওঁৰ আৰাধনাত সন্তুষ্ট হৈ ৰেতিয়া

গৌতমক দেখা দিলে, তেতিয়া গৌতমে এই বৰ প্ৰাৰ্থণা কৰিলে যে তেওঁৰ বংশৰ কলঙ্ক মোচন কৰিবৰ নিমিত্তে ঈশ্বৰে স্বয়ং যেন তেওঁৰ বংশত জন্ম গ্ৰহণ কৰে। ঈশ্বৰে তথাস্তু বুলি অন্তৰ্দ্ধান হল।

যদুবংশ ধ্বংশ হোৱাৰ পাচত যেতিয়া শ্ৰীকৃষ্ণ বৈকুণ্ঠলৈ গল, তেতিয়া দৈৱকী আৰু বসুদেৱে দাৰুণ শোকত অভিভূত হৈ প্ৰাণ ত্যাগ কৰিলে। তেওঁলোকে কৃষ্ণক সদায় সামান্য পুত্ৰ ভাব কৰাত, আৰু কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণতো কেৱল পুত্ৰ শোকত অভিভূত হৈ প্ৰাণ ত্যাগ কৰাত, তেওঁ লোকৰ মুক্তি নহল। সেই কাৰণে তেওঁলোক দুজনেও আকৌ জন্ম গ্ৰহণ কৰিলেহি।

এদিন সকলো দেৱতা আৰু দেৱৰ্ষি বিলাক গোট খাই স্বৰ্গত সমাজপাতি বহি কলিত পৃথিবীৰ মানুহৰ মুক্তি কেনেকৈ হব এই বিষয়ে আলোচনা কৰিছিল। সদাশিৱে এই বিষয়ে বিষ্ণুক প্ৰশ্ন কৰাত, বিষ্ণুয়ে এই দৰে উত্তৰ দিলে :—

তুমি জগতৰ গুৰু, ভকতৰ কল্প তৰু,
শুনিয়োক মোহৰ বচন।
লোকৰ চিন্তিয়া হিত, নিস্তাৰিয়ো ত্ৰিজগত,
পৃথিবীত হুয়ো উপসন॥
প্ৰকাশিবা ধৰ্ম্মচয়, তজু সঙ্গে সমন্তয়,
হৈব মহা বৈষ্ণৱ পৰম।
তজু নাম গুণ যত, ঘুষিবেক ত্ৰিজগত
শঙ্কৰ হৈবেক তজু নাম॥”

আৰু কলে যে, মই স্বয়ং গৌতম বংশত জন্মগ্ৰহণ কৰিম গৈ আৰু তুমি জানেৰে মোক চিনিব পাৰি মোৰ নাম দামোদৰ থবা। অনন্ত

হৰিগুৰু ৰূপে, ব্যাসদেৱ ভট্টদেৱ ৰূপে, শুকদেব সন্তদেৱ ৰূপে, দুৰ্ব্বাসা ভগবান দেৱ ৰূপে, আৰু নাৰদ অংশ লৈ বংশীদেৱ জন্ম গ্ৰহণ কৰিব।
তেওঁ আৰু কলে যে,

"যিটো মহাজ্ঞানী লোক, তুমি আমি দুহান্তক,
দেখিৱন্ত এক কলেবৰ।
আনো সন্ত সাধুজন, পশু পক্ষী পতঙ্গক,
ব্ৰহ্মময় দেখিব সংসাৰ॥
তোমাক আমাক যিটো, ভিন্নভাব কৰি মানে,
শুনা কহো তোমাৰ আগত।
ঘোৰ আত্মঘাতী সিটো, তাৰ আৰু নাই মুক্তি,
সদায়ে থাকিব নৰকত॥"

তাৰ পাছত বিষ্ণুৱে আৰু কলে :—

পৌণ্ড্ৰক * নামত খ্যাত, গন্ধৰ্ব্ব লোকত আছে
শত্ৰু ভাৱে চিন্তিলা আমাক।

* পৌণ্ড্ৰকৰ বিষয়ে বিষ্ণুপুৰাণত এই দৰে লিখা আছে যে, কাশী-দেশত সুদৰ্শন নামে এজন ৰজা আছিল আৰু পৌণ্ড্ৰক তেওঁৰ এজন পৰম বন্ধু আছিল। পৌণ্ড্ৰকে নিজকে ঈশ্বৰ বুলি প্ৰখ্যাত কৰি সকলোকে শৰণ কৰাইছিল। তেওঁৰ গৰ্ব্ব লাহে লাহে বাঢ়ি যাই এদিন মথুৰাৰ পৰা শ্ৰীকৃষ্ণক ধৰি আনিবলৈ দুজন দূত পঠাই কলে যে, বসুদেবৰ পুতেকে মিছাকৈয়ে শ্ৰীকৃষ্ণ নামলৈ মানুহক ঠগ কৰিছে, আচল কৃষ্ণ মই হে। দূত গৈ শ্ৰীকৃষ্ণক এই কথা কলত তেওঁ বলভদ্ৰক লগত লৈ একদল সৈন্যৰ সৈতে কাশী যাত্ৰা কৰিলে, আৰু যুদ্ধত পৌণ্ড্ৰকক বধ কৰিলে। মৰিবৰ সময়ত তাৰ গৰ্ব্ব দূৰ হয় আৰু কৃষ্ণৰ হাতত মৰি গন্ধৰ্ব্ব হয় যাই।

হৈবে তজু সঙ্গী যাই, "মাধৱ" নামক পাই,
প্ৰকাশিব শ্ৰৱন ধৰ্ম্মক ॥"

দৈব বলে অবশ্যে তোমাক লগ পাইব।
তজু দৰশণত অজ্ঞান দূৰ হৈব ॥
সন্তৰূপ ধৰি প্ৰচাৰিব হৰি কথা।
অন্তৰত দেব দ্বিজ নিন্দিব সৰ্ব্বথা ॥
হৈবেক মাধৱ নাম মহা বুদ্ধিমন্ত।
কবিতাত বিৰচিব মোৰ নাম যত ॥

ইয়াৰ পাচত দেৱতাবিলাক মৰ্ত্ত্যধামত আহি জন্ম গ্ৰহণ কৰিলে। সদাশিৱেও কুসুম্বৰ ভূঞাঁৰ ঘৰত পুত্ৰৰূপে শঙ্কৰ নাম লৈ জন্ম গ্ৰহণ কৰিলে। বসুদেৱ গোতম বংশত সদানন্দ ৰূপে, আৰু দৈৱকী সুশীলা ৰূপে জন্ম ললে; আৰু শ্ৰীকৃষ্ণই সদানন্দৰ ঔৰসত সুশীলাৰ গৰ্ভত দামোদৰ ৰূপে জন্ম ললে। শ্ৰীশ্ৰীদামোদৰ দেৱৰ জন্ম হোৱাত শঙ্কৰ দেৱে তেওঁক চাবলৈ গৈ সদানন্দৰ আগত এই দৰে কৈছিল:—

"উপজিলা নাৰায়ণ তোমৰ গৃহত।
উদ্ধাৰিবে পৃথিবীৰ লোক জীৱ যত ॥
নিস্তাৰিব তোমাৰ উপৰি বংশ যত।
জগতৰে কল্যান সাধিব তজু সুত ॥"

বাস্তবিকে চাবলৈ গলে দামোদৰ দেৱৰ জন্ম সময়ত শঙ্কৰদেৱে যি কেই আষাৰ কথা কৈছিল, তাৰ প্ৰতি আষাৰেই ফলিছিল। দামোদৰ দেৱৰ উপনয়ন আৰু বিবাহাদি সংস্কাৰ তেওঁৰ জন্ম স্থান নলঙ্কা

গাওঁতে হৈছিল। নলঙ্কা গাওঁ শঙ্কৰ দেৱ থকা বড়দোৱাৰ ওচৰতে আছিল। আৰু তেওঁ নলঙ্কাত থকা অৱস্থাতে

"সদায়ে কৰন্ত ভক্তি শ্ৰৱণ কীৰ্ত্তন।
দেখি পিতৃ মাতৃ দুয়ৰো আনন্দিত মন ॥
আপুনি আচৰে ধৰ্ম্মলোকক শিকান্ত।
এহি মতে সনাতন ধৰ্ম্ম প্ৰবৰ্ত্তান্ত ॥"

তেওঁক ধৰ্ম্ম-প্ৰাণতা দেখি তেওঁৰ ঘৰলৈ অহা বিদেশী সন্ন্যাসী সকলেও তেওঁক অনেক প্ৰশংসা কৰিছিল।

"বিদেশী সন্ন্যাসীগণে, প্ৰশংসন্ত সৰ্ব্বজনে,
ধন্য ধন্য সুশীলা কুমাৰ।"

পিতৃ মাতৃ বিয়োগৰ পাচত দামোদৰ দেৱে তেওঁৰ ভায়েক দুজনৰ সৈতে ভটিয়াই গৈ কামৰূপ ৰাজ্যৰ কোন এঠাইত অৱস্থান কৰিলে। বোধ হয় সেই ঠাই "পাটবাউসী"ই হব পাৰে। তেওঁ তাতে দেৱ-গৃহ সাজি মানুহৰ মাজত বেদ আৰু পুৰাণৰ কথা কবলৈ ধৰিলে। তেওঁৰ ধৰ্ম্ম ব্যাখ্যা শুনিবৰ নিমিত্তে নানা ঠাইৰ পৰা মানুহ আহিব ধৰিলে। শঙ্কৰদেৱ আৰু হৰিগুৰুও মাজে মাজে তালৈ গৈছিল। আৰু তিনিও জনে অসম দেশত ধৰ্ম্ম প্ৰচাৰ সম্বন্ধে নানা আলোচনা কৰিছিল। এই দৰে তাত থাকোঁতেই এদিন হঠাৎ তেওঁৰ আগত দেৱৰ্ষি নাৰদ উপস্থিত হৈ তেওঁক জ্ঞান দান কৰিলে।—

"নাৰদে কহিলা যত, পূৰ্ব্বাপৰ আদি অন্ত,
দামোদৰে আছিলেক শুনি।

আনকেহু নাজানিল, কিবা দুয়ো সম্ভাষিল,
কাতো নকহিলা মনে গুনি ॥”

এই দৰে থাকোঁতে দামোদৰ দেৱৰ খ্যাতি চতুৰ্দ্দিকে প্ৰচাৰিত হবলৈ ধৰিলে :—

“এহি মতে দামোদৰ, হৰি নাম বেদ সাৰ,
ব্ৰাহ্মণক উপদেশ দেন্ত।
শুনি দশ দিশে যত, বিশিষ্ট ব্ৰাহ্মণ আছে
সবে সেহি থানত আসন্ত ॥”

যেতিয়া কামৰূপত শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম সকলো শ্ৰেণীৰ ভিতৰত এই দৰে প্ৰচাৰিত হল, তেতিয়া তেওঁ আন আন ঠাইলৈ প্ৰচাৰক পঠিয়াবলৈ ধৰিলে। পূব দিশে বংশী দেৱক, উত্তৰে ভগবানক, দক্ষিণে সন্তো-দেৱক আৰু পশ্চিমে বলদেবক পঠিয়ালে আৰু মধ্যত ভট্টদেৱক ৰাখিলে। এই দৰে আদিতে শ্ৰীদামোদৰ দেৱেই আসামত সত্ৰ প্ৰথা প্ৰৱৰ্ত্তাই।

“পাচে দেৱ—দামোদৰ, কলি-মল দূৰ কৰি
প্ৰচাৰন্ত শ্ৰৱণ ধৰ্ম্মক।
তাঙ্ক দেখি আন নৰ, গুৰু উপদেশ লৈয়া
ইটো পন্থা দেখাইলা লোকক ॥”

তেওঁ প্ৰথমতে সত্ৰপ্ৰথা প্ৰবৰ্ত্তন কৰাৰ নিমিত্তে দেৱ দামোদৰৰ পন্থৰ মানুহ আসামত ইমান সৰহ। শ্ৰীদেৱ দামোদৰৰ ধৰ্ম্মমত কিমান উদাৰ আৰু কাকনিক তাক তলত দিয়া টোকা কেইফাকিৰ পৰাই ভালকৈ দেখা যাব :—

"জীৱন উপায় যিটো কৰা ৰাত্রি দিনে।
সবে কৰ্ম্ম সমৰ্পিয়ো কৃষ্ণৰ চৰণে॥
তেবে নাবান্ধিব বিষয়ৰ কৰ্ম্ম দুঃখে।
আপুনি সন্তুষ্ট হুইব প্রভু হৃষিকেশে॥
শয়নে ভোজনে ধ্যানে পুত্রক পালনে।
ভাৰ্য্যা সম্ভাষণে আনো ধৰ্ম্ম সাবধানে॥
সবাহাঙ্কে হৰিৰ চৰণে সমৰ্পিবা।
যতেক বিষয় কৰ্ম্ম দোষক এৰাইবা॥
কৃষ্ণৰ চৰিত্র নিতে শুনিয়ো শ্রৱণে।
সদায়ে বিষয় কথা নুশুনিবা কৰ্ণে॥
সুখে দুখে যুগে নাছাড়িবা হৰি নাম।
ৰাত্রি দিনে সদায়ে কৰিবা তান কাম॥"

তেওঁৰ ধৰ্ম্ম মতৰ এইটো শেষ অৱস্থাহে, কিন্তু এনে অবস্থা লাভ কৰিবৰ নিমিত্তে কি কি অভ্যাস কৰিব লাগিব সেই বিষয়ে তেওঁৰ মত কি পাঠক শুনক :—

"নেৰিবা শাস্ত্রৰ ৰীতি, হৈবা ক্ষমাশীল আতি,
সমস্তে প্রাণীক কৰা দায়া।
সত্য শৌচ ধৰ্ম্ম ধৰি, মনত জপিবা হৰি,
তবে নাবাধিব কিছু মায়া॥
দম্ভ দৰ্প অহঙ্কাৰ, হিংসা নিন্দা খল যত,
ইসবক কৰি পৰিহাৰ।

নিন্দুকৰ নিন্দা শুনি, দুষ্টৰ কঠোৰ বাণী,
তাহাক ক্ষমিবা শতবাৰ ॥
সুখ দুখ সম কৰি, শোক ৰঙ্গ পৰি হৰি
আত্মাৰাম হৈবাহা সতত ।
আনো সব মহাজ্ঞান, দামোদৰ ভগবান
কহিলন্ত কৰিয়া গুপুত ॥”

এইয়েই হৈছে ভাগৱতী ধৰ্ম্মৰ মূল তত্ব, আৰু এইয়েই আসামৰ বৈষ্ণৱ ধৰ্ম্ম। শ্ৰীদামোদৰ দেৱেই যে, এই ধৰ্ম্মৰ আদি প্ৰচাৰক তাক আমি মহাকবি ৺কবিচন্দ্ৰৰ নিচিনা একন প্ৰসিদ্ধ লেখকৰ পৰা জানিছো। ভবিষ্যত পুৰাণৰ নিচিনা এনে মূল্যবান এখনি পুথিক অসমীয়া মানুহে যথোচিত আদৰ কৰিলেই আমাৰ পৰিশ্ৰম সফল হল বুলি ভাবিম। ইতি

গুৱাহাটী

শ্ৰীআনন্দ চন্দ্ৰ দেব গোস্বামী
বেদান্তবাগীশ
কবিবিশাৰদ।

---

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ ।

# সন্ত চৰিত্ৰ ।

## ভবিষ্যত কথা ।

ক্ৰীড়াকাৰি বনেষু গোপ বধুভিঃ ক্ৰীড়া চকাৰ ভূসং ।
গোপালো বসনং কৃত্যোচ হৰণং বৃক্ষাগ্ৰমাৰোহতি ॥
সোয়ং পৃথ্বীপতে কলৌ সুশীলাগৰ্ভে সতাং সিদ্ধয়ে ।
অংশে গৌতম প্ৰাৰ্থিতো দ্বিজবৰঃ দামোদৰাখ্যোভবৎ ॥

সুশিলা প্ৰিয় পুত্ৰায় ত্ৰিজগৎ গুৰু ৰূপিনে ।
দামোদৰায় বিপ্ৰায় তস্মৈ নিত্যেঃ নমোনমঃ ॥

নাৰায়ণং নমস্কৃতং নৰঞ্চৈব নৰোত্তমং ।
দেবীং সৰস্বতীঞ্চৈব ততোজয় মুদিৰয়েৎ ॥

## দুলৰি ।

নমো নাৰায়ণ বিঘিনি খণ্ডন
অনাদি অনন্ত হৰি ।
কলিৰ লোকক নিস্তাৰ কৰিলা
দামোদৰ ৰূপ ধৰি ॥

অসাৰ সংসাৰ, তাৰণ কাৰণ,
লোকৰ চিন্তিয়াহিত।
যেন পূৰ্ব্ব দিশে, অন্ধকাৰ নাশি,
প্ৰচণ্ড সূৰ্য্য উদিত ॥
পাষণ্ড সবক, বিনাশ কৰিয়া,
সন্তক পালি যতনে।
কহে দ্বিজবৰে আন গতি নাই
তাহান দুই চৰণে ॥

---

## পদ।

জয় জয় দামোদৰ অগতিৰ গতি।
জয় জয় যাদৱ মাধৱ যদুপতি ॥
তোমাৰ চৰণে কৰো কোটী নমস্কাৰ।
হৌক জয় কৃষ্ণ পদে প্ৰসাদে প্ৰচাৰ ॥
নমো হৃদীশ্বৰ আত্মাৰূপ ভগবান্।
চৰাচৰ জগতৰ গতি নাৰায়ণ ॥
যাৰ কৃপালেশে মূৰ্খে বাক্য চয় ৰচে।
পেঙ্গুৱা জনেও ক্ৰমে পৰ্ব্বতত চৰে ॥
পৃথিবী আকাশ সুৰা সুৰে হোৱে লীন।
যাৰ কটাক্ষতে পুনৰপি ভিন্ ভিন্ ॥

যাহাৰ বিৰাট ৰূপ নাই আদি অন্ত।
ৰবি, শশী, গিৰি, তৰু, অঙ্গ যত যত॥
চাৰি মুখে ব্ৰহ্মা যাৰ নপাৱয় অন্ত।
অনন্তে সহস্ৰ মুখে যাৰ গুণ গান্ত॥
হেনয় কৃষ্ণক ৰাত্ৰি দিনে ধ্যান কৰি।
অনেক দিবস আছোঁ হৃদয়ত ধৰি॥
ভকত বৎসল প্ৰভু দয়া উপজিলা।
অন্তৰ্য্যামি ৰূপে মোক উপদেশ দিলা॥
মনত হৰিষ বাঢ়ি যায় নিতে নিত।
মহা কৌতুহলে আৰম্ভিলোঁ ইটো কৃত্য॥
হে হৰি অনাথৰ নাথ নাৰায়ণ।
মোক কৃপা কৰা প্ৰভু পশিলোঁ শৰণ॥
হৃদয়ত থাকি মোক দিয়া অনুমতি।
বঢ়া টুটা দোষ মোৰ ক্ষমিও সম্প্ৰতি॥
প্ৰণামো ভাৰতি! মোত হুয়োক প্ৰশন্ন।
কণ্ঠ মধ্যে থাকি স্থিৰ কৰিবাহা মন॥
কৰযোড় কৰো মই সব মহন্তক।
অল্পমতি জানি নিন্দা নকৰিবা মোক॥
যদি অপৱিত্ৰ দেখা মোৰ বাক্য চয়।
ৰাম নাম মহাৰত্ন মধ্যে প্ৰকাশয়॥

যদি অপৱিত্ৰ স্থানে গঙ্গাজল বহে।
তথাপি পবিত্ৰ সিটো হেন শাস্ত্ৰে কহে॥
সেহিমত জানিবাহা আমাৰ বৃত্তান্ত।
কৃষ্ণ কথা শুনি সবে চিত্ত কৰা শান্ত॥
ইসব কৰ্ম্মক যেবে নহওঁ শকত।
তথাপিতো বিৰচিবো কৃষ্ণ কথা যত॥
আন পক্ষী গড়ুৰৰ সমসৰ নুই।
পাখা অনুৰূপে পক্ষী তেবে কি নুৰাই॥
কৃষ্ণ পাদ পদ্ম মনে হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥
ভৱিষ্যত কথা সন্ত চৰিত্ৰ সম্প্ৰতি।
অল্পমতি দ্বিজে পদ বন্ধে নিগদতি॥
একে ভৱিষ্যত কথা অমৃত সাক্ষাত।
আৰু ভাগৱত কথা মিশ্ৰ দিলোঁ তাত॥
দুয়ো কথা নিবন্ধিলো এক তুল্য কৰি।
যেন মধু দুগ্ধ সমে স্বাদ যাই চৰি।
পৰীক্ষিত নৃপে পাছে পুছন্ত শুকত।
শুনিলো কৃষ্ণৰ কথা সাক্ষাতে অমৃত॥
বেদৰ ৰহস্য কথা মহাভাগৱত।
তজু মুখে শুক মই শুনুহুঁ সমস্ত॥

মোৰ পিতামহগণ হৰিত ভকত।
সদাই থাকন্ত হৰি যাহাৰ সঙ্গত॥
বিষ্ণু বৈষ্ণৱৰ কথা তযু মুখে শুনি।
তৰিলোঁ দুষ্টৰ মায়া মৃত্যু সঞ্জীৱনী॥
মোহৰ মনত এক মিলল সংশয়।
এতেকে তোমাৰ থানে কৰিলোঁ বিনয়॥
ঘোৰ কলিযুগ আসি মিলিল সম্প্ৰতি।
কিমতে সাধিব নৰে আপোনাৰ গতি॥
পৃথিবীৰ ভাৰ সংহৰিবে মনে হৰি।
উপজিল দৈৱকীৰ পুত্ৰ ৰূপ ধৰি॥
দুষ্ট দৈত্য দানৱক কৰিলা বিনাশ।
দেৱ দ্বিজ মহন্তক কৰিলা উদাস॥
পাষণ্ডৰ মন মোহি ধৰ্ম্মক থাপিলা।
নানা লীলা কৰি পুনু নিজ থানে গৈলা॥
ঋষি সবে নানা দুৰ্গমত লৈলা থান।
যোগী সবে অলক্ষিতে কৰে যোগ ধ্যান॥
বৈষ্ণৱ সকলে হৰিগুণ নাম গাই।
সংসাৰ তৰিয়া বৈকুণ্ঠত লৈবা ঠাই॥
ইদানীৰ লোকৰ হুইবেক কোন গতি।
ঘোৰ কলি-কালে আসি মিলিলা চৌভিতি॥

কলিৰ প্ৰভাৱে নৰ হৈবেক মলিন।
ব্ৰাহ্মণ সবৰ তেজ বল হৈব হীন ॥
ক্ষত্ৰিয়ৰ স্বধৰ্ম্ম এৰিব ন্যায় বুদ্ধি।
অন্যায় অধৰ্ম্ম বহু মিলিব কুবুদ্ধি ॥
বৈশ্য শূদ্ৰ আদি যত আনু প্ৰজাগণ।
পাপ-সাগৰত হইবেক নিয়োজন ॥
কলিৰ মায়ায়ে সবাহাৰে হৰি মন।
এৰিবন্ত নিজ ধৰ্ম্ম হৈবন্ত অজ্ঞান ॥
ইসব লোকৰ আবে তৰণ উপাই।
কহিয়োক শুক শুনিবাক ইচ্ছা যাই ॥
কিবা তৰণৰ হেতু হৈবে কি নহয়।
শুনো এক চিত্তে কহা ঋষি মহাশয় ॥
শুক নিগদতি শুনিয়োক পৰীক্ষিত।
"মাধৱৰ কথাত একান্ত ভৈলা চিত্ত ॥
কৃষ্ণৰ কথাৰ ৰসে ক্ষণে প্ৰীতি বাঢ়ে।
যেন কামাতুৰ স্ত্ৰীৰ আলাপ নচাৰে ॥
সংসাৰ তৰিলা তুমি কুল উদ্ধাৰিলা।
তজু সঙ্গে আছে যত সমস্তে তৰিলা ॥
পুছিলা ৰহস্য যিটো কথা মনোহৰ।
ব্ৰহ্মাৰ গোপনি ইটো দুৰ্ল্লভ দেৱৰ ॥

ইন্দ্র, চন্দ্র, আদি কৰি যত দেৱগণ।
ইটো কথা নজানন্ত ই তিনি ভুবন॥
ব্রহ্মা, মনু, হৰ বাঢ় জন মহাজ্ঞানী।
ইটো গোপ্য কথা তাৰা জানন্ত আপনি॥
সৃজন কালত হৰি ব্রহ্মাৰ আগত।
কহিলন্ত কথা ইটো লোক অবিদিত॥
আপোনাৰ পুত্র স্নেহে নাৰদৰ আগে।
কহিলা ৰহস্য কথা ব্রহ্মা মহাভাগে॥
নাৰদ দয়ালু মহা লোক উপকাৰী।
কহিলন্ত ব্যাস মহা মুনিত প্রচাৰি॥
ব্যাসৰ তনয় আমি স্নেহতে আগল।
কহিলা মোহত পূর্ব্বাপৰ যে সকল॥
তোমাত কহিলোঁ ভাগৱতক প্রচাৰি।
ধর্ম্ম অর্থ কাম মোক্ষ সিদ্ধি অনুসৰি॥
পাছৰ কথাক শুনিবাক তযু মন।
তোমাত কহিবো আবে হুইও সাৱধান॥
গুহ্যৰ পৰম গুহ্য কহিবো তোমাত।
নকহিবা পাতকি যে দুর্জ্জন দুষ্টত॥
কৃষ্ণৰ কথাত যিটো নপাতয়ে কান।
দম্ভ, দর্প, অহঙ্কাৰ কৰে যিটো জন॥

সিসৱত কহিলে পাতকে লাগ ধৰে।
পূৰ্ব্ব পুণ্য নাশে ঘোৰ নৰকত পৰে॥
এহি বুলি ঋষিৰাজ আছন্ত কৰিলা॥
বিষ্ণুক স্মৰি মনে সমাধি ধৰিলা॥
জ্ঞান কথা লম্বি মন বুদ্ধি কৰি থিত।
ভবিষ্যত কথা চয় পৰিল মনত॥
পাছে সুস্থ হুই ভৈলা ৰোমাঞ্চ শৰীৰ।
কৃষ্ণ ৰাম গোবিন্দ স্মৰি বাৰম্বাৰ॥
ৰাজাক সম্বুধি মাতিলন্ত মুনিৰাজ।
শুনা কুৰু নায়ক পুছিলা যিটো কাজ॥
পৰম ঈশ্বৰ হৰি জগত আধাৰ।
কাৰ্য্য কাৰনত সময়ৰ পুনৰ্ব্বাৰ॥
অৱতৰি ধৰ্ম্ম কথা পুছন্ত দেৱ হৰি।
সন্তক পালন্ত দুষ্ট দানৱ সংহৰি॥
ব্ৰাহ্মণী স্বৰূপে পুনু দৈৱকী সুন্দৰী।
উতপতি হৈৱন্ত সুশীলা নাম ধৰি॥
গোতম বংশৰ সদানন্দ দ্বিজবৰে।
কৰিলা বিবাহ তাঙ্ক অনেক সাদৰে॥
পূৰ্ব্ব পূণ্য ফলে পাছে সুশীলা গৰ্ভত।
পূৰ্ণব্ৰহ্ম হৰি আসি জন্মিব সাক্ষাত॥

দামোদৰ নাম হৈব লোকত প্ৰক্ষাত।
যেন অদাতিৰ গৰ্ভে বামন উদিত॥
গহিন গম্ভিৰ যেন সাগৰ সমান।
কোটী শশাঙ্কতধিক পৰম শোভন॥
দেখি সদানন্দে পাইব আনন্দ বিস্তৰ।
দানে মানে মনো সন্তুষিব ব্ৰাহ্মণৰ॥
যত জাত কৰ্ম্ম কৰিবেক সদানন্দ।
দেখি বন্ধু বান্ধবৰ মিলিবে আনন্দ॥
ব্ৰাহ্মণ কুলৰ হৈব মহা উপকাৰী।
তপ জপ যজ্ঞ দান থাকিব আচৰি॥
ভাগবতী ধৰ্ম্ম প্ৰকাশিব সৰ্ব্বক্ষণে।
পাষণ্ডৰ পথ নাশ কৰিব আপনে॥
শ্ৰবণ কীৰ্ত্তন ধৰ্ম্ম প্ৰচাৰ কৰিব।
সমস্ত প্ৰাণীক ধৰ্ম্মপথে নিয়োজিব॥
লগতে সহায় হৈব শঙ্কৰ মহন্ত।
হৰি গুৰু সমে মহা প্ৰীতি কৰিবন্ত॥
মাধৱৰ কপট আচাৰ বিনাশিব।
শঙ্কৰ সহিতে মাধৱক জ্ঞান দিব॥
গোধুলি প্ৰভাতে হৈব কীৰ্ত্তনৰ ধ্বনি।
২ত মহা পাপ পলাইবেক তাক শুনি॥

এহিমতে সবাহাঙ্কে উপদেশ দিব।
তাঙ্ক পাইয়া কলি লোকে মল বিনাশিব ॥
কহিলোঁ ৰহস্য মহাৰাজ নিষ্ট কৰি।
এহি মতে সন্তক পালিব দেব হৰি ॥
শুনা সভাসদ পদ কৃষ্ণৰ চৰিত্ৰে।
আতোপৰে ধৰ্ম্ম আৰ নাহিকে কলিত ॥
দেখা কেনে ভকত বৎসল দেব হৰি।
নিৰূপম বৈকুণ্ঠক তাকো পৰিহৰি ॥
ভকতৰ অৰ্থে পুনৰপি উপজিলা।
নিজ যশোগুণ পৃথিবীত প্ৰচাৰিলা ॥
কৰ্ম্ম বন্ধ হীন হৈব লোকৰ প্ৰভাব।
অবশ্যে গুচিবে কাম ক্ৰোধ দম্ভ ভাব ॥
অপ্ৰয়াসে পাইব সবে বৈকুণ্ঠ নিলয়।
মাধবৰ নাম গুণ কীৰ্ত্তন কৰয় ॥
অন্ধকূপ বিষয়ৰ সুখক যে ত্যজি।
স্থিৰ কৰা মন বুদ্ধি মাধবক ভজি ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥

---

## ত্রিপদী।

পৰীক্ষিত ৰাজা পাছে, ঋষিক পুছন্ত কথা,
কহা শুক স্বৰূপ বচন।
আমাৰ মনত এক, সংশয় মিলল আসি,
ছেদিওক তুমি তপোধন॥
ভাগ্যৱতী দৈৱকীয়ে, পূৰ্ব্ব তপস্যাৰ ফলে,
ঈশ্বৰ কৃষ্ণক পুত্ৰ পাইলা।
আগতে কৃষ্ণক পাই, মুকুতিব পাত্ৰ হই,
পুনৰপি কিসক জন্মিলা॥
বসুদেৱ মহামতি, কৃষ্ণক কৰিয়া স্তুতি,
তথাপি নেৰাইলা জন্ম মৃত্যু।
গৌতম ঋষিৰ ঘৰে কি কাৰণে দামোদৰে,
জনমিল কহা তাৰ হেতু॥
শুক মুনি নিগদতি, শুনিয়োক কুৰুপতি,
কহোঁ কথা পৰম বিচিত্ৰ।
ভূভাৰ হৰণ হেতু, জন্মিলা গড়ুৰ কেতু,
থাকি কত কাল পৃথিবীত॥
দেৱতাৰ কাৰ্য্য সাধি, দুষ্ট দানৱক বধি,
বিহাইলা অনেক কন্যাগণ।
তাসম্বাৰ মন পুৰি, ক্ৰীড়িলন্ত দেৱহৰি,
জন্মাইলা অনেক পুত্ৰগণ॥

দেখি পুত্ৰ নাতি মুখ, বসুদেৱ দৈবকীৰ,
বিষয় মায়ায় মোহ ভৈলা।
লীলা নৰতনু ধৰি বেদপন্থ ৰক্ষা কৰি,
গৃহবাস ধৰ্ম্ম আচৰিলা॥
দেখিয়োক অভিপ্ৰায়, কৃষ্ণক গৃহেতে পাই,
তথাপি মায়ায়ে মোহিলন্ত।
তাসম্বাৰ হেন দেখা, সামান্যৰ কোন লেখা,
মায়াময় সমস্ত জগত॥
বসুদেৱ মহাঋষি দুনাই উপজিলা আসি,
আত কিছু নাহিক সংশয়।
মহামায়া প্ৰভাৱত মোহভৈলা ত্ৰিজগত,
শুনা কহোঁ ইহাৰ নিৰ্ণয়॥
যমুনা তীৰত বসি, আছিলা সৌভৰি ঋষি,
ঊৰ্দ্ধবাহু মহা তপোধন।
এৰি ক্ৰোধ কাম প্ৰীতি, সদায়ে আহ্লাদ ধৰি,
এক চিত্তে কৰে যোগ ধ্যান॥
কত কুশ-হস্ত হই, তিল তণ্ডুলক লই,
দেৱ পিতৃ অৰ্চ্চন্ত হৰিষি।
তাতে শাল মৎস্য দুই, পুত্ৰ ভাৰ্য্যা সঙ্গে লই
তিল তণ্ডুলক ভুঞ্জে আসি॥

ভাৰ্য্যাৰ সহিতে মিলি, ক্ৰীড়া কৰে কত দিন,
এহিমতে ফুৰে ক্ৰীড়া কৰি।
মৎস্য দুইৰো গৃহবাস, পুত্ৰ ভাৰ্য্যা অভিলাষ,
দেখি ভোল গৈলন্ত সৌভৰি ॥
মায়ায়ে মোহিলা মন, এৰিলন্ত যোগধ্যান,
গৈলা গাধি ৰাজাৰ মন্দিৰ।
ৰাজাত খুজিলা কন্যা, ৰূপে গুণে মহা ধন্যা,
বিহাইলন্ত ষাঠি যে হাজাৰ ॥
সবে যোগ ধ্যান গৈলা, বিষয়ে বিকল ভৈলা,
মহাঋষি সৌভৰিৰ চিত্ত।
শুনা পৰীক্ষিত ৰাজা, বুঝিয়োক অভিপ্ৰায়,
সবে বন্দি বিষ্ণুৰ মায়াত ॥
বসুদেৱ দৈৱকীৰ, জ্ঞানা সেহি পটন্তৰ,
পুৰাণৰ জ্ঞান পাশৰিলা।
ঐশ্বৰ্য্য সবক দেখি, ভ্ৰম ভৈলা জ্ঞান-অক্ষি
হৰিৰ মায়াতে মোহ ভৈলা ॥
এহি মতে দেৱ হৰি, বিনন্দ বিলাস কৰি,
সুহৃদ সবৰ ৰঞ্জিমন।
যদু-কুল সংহাৰিয়া, নিজ থানে যাব হেতু,
কৰিলন্ত মনে আলোচন ॥

পৃথিবীত অৱতৰি, ভূমি ভাৰ দূৰ কৰি,
যাওঁ যদি যাদৱক এড়ি।
তাসম্বাৰ পয়োভৰে, চৰাচৰ নিৰন্তৰে,
ডুনাই তল যাইবে বসুন্ধৰী॥
হেন মতে গুনি পাছে, পুণ্ডৰিক তীৰ্থ কাষে,
ঈশ্বৰ ইচ্ছায় ঋষিগণ।
কপটে কৰন্ত তপ দৈৱ বশে যদু সৱ,
ক্ৰীড়া কৰি ফুৰে স্থানে স্থানে॥
দেখি সবে যদুগণ, ঋষিৰ বুঝিবা মন,
উপালম্ভ কৰিলা অনেক।
ক্ৰোধে সবে দিলা শাপ, শুনা যদুগণ পাপ,
“সবংশে সবায়ে ক্ষয় হোক॥”
ঋষি শাপ শুনি পাছে, যদুগণ যত আছে,
হৃদি কম্প সাবাৰে উঠিলা।
নকহিলা মাধৱত, উগ্ৰসেন আদেশত,
তীৰ্থ স্নানিবাক সবে গৈলা॥
সবাকো গ্ৰাসিলা কালে যদুগণ সেহি স্থলে,
সবে উন্মত্ত ভৈলন্ত।
আপোনাৰ বংশে তাৰ, লাগিল কন্দল ঘোৰ,
অন্যাঅন্যে সবেভৈলা হত॥

শুনিলন্ত দ্বাৰকাত, "যদুগণ ভৈলা হত"
বলদেৱ, উদ্ধৱ, মাধৱ।
দেখিলন্ত নেত্ৰ ভৰি প্ৰভাসৰ তীৰ জুৰি
পৰিয়াছে সমস্ত যাদৱ॥"
দেখি বলদেৱ জ্ঞানী, কৃষ্ণৰেশে ইচ্ছা জানি,
বোলে আৰু কি কাৰ্য্য জীৱাৰ।
জানিলোহো নাৰায়ণ, চলিবন্ত নিজস্থান,
যোগ চিন্তি ত্যজিলা শৰীৰ॥
দেখি দেৱ নাৰায়ণ, ৰামৰ মৃতক প্ৰাণ,
শোকাকুলে ক্ষণেক আছিলা।
ঘোৰ অৰণ্যত পশি, অশ্বত্থ মূলত বসি,
নিজ ঐশ্বৰ্য্যক প্ৰকাশিলা॥
শঙ্খ চক্ৰ আদি কৰি, স্বৰ্গে গৈলা মূৰ্ত্তি ধৰি,
মাধৱৰ নমিয়া পাৱত।
অনন্তৰে নাৰায়ণ, ব্যাধৰ পুৰিয়া মন,
এতেকে উদ্ধৱ উপগত॥
উদ্ধৱৰ গলে ধৰি, অনেক আশ্বাস কৰি,
প্ৰবোধ কৰিলা মৃদু বোলে।
উদ্ধৱে পাৱত পৰি, অনেক কাতৰ কৰি
মাতিলন্ত নয়ন সজলে॥

"হা ! প্ৰাণনাথ স্বামী ! আবেসে জানিলোঁ আমি,
পৃথিবীক এৰি যাইবা তুমি।
"হা ! কিনু ভৈলা দুখ নেদেখিলোঁ কৃষ্ণমুখ"
এহি বুলি কান্দে হুমা হুমি ॥
হেন দেখি যদুৰাই, সজল নয়নে চাই,
গদগদ বাক্যে প্ৰবোধিলা।
দুৰ্লভ ভকতি যত, পূজা বিধি নানা মত,
উদ্ধৱত সমস্ত কহিলা ॥
মৈত্ৰৱত বাবস্থাব, অষ্ট বিধ প্ৰতিমাৰ,
পূজা উপহাৰ যত যত।
আৰু যত দিব্যজ্ঞান, কহিলন্ত নাৰায়ণ,
তাক শুনি তুষ্ট ভৈলা চিত্ত ॥
কৃষ্ণক মেলানি মাগি, লড়িলা গৃহক লাগি,
আগক নচলে হাত ভৰি ॥
শোকৰ জমক দেখি, নেমেলন্ত দুই আখি,
লোতক নিঝৰে সৰ সৰি ॥
পাছে দেৱ যদুপতি, বিদ্যুৎ সঞ্চাৰে গতি,
বৈকুণ্ঠ পুৰক প্ৰবেশিলা।
মহা অসন্তোষ মনে আপোন গৃহক লাগি
উদ্ধৱ মহন্ত চলি গৈলা ॥

এহি মতে কৃষ্ণে যেবে, পৃথিবী ছাড়িয়া গৈলা,
চলে যদুগণক সংহাৰি।
শুনি বসুদেৱ উঠি, হৃদয়ত হানে মুঠি,
পৃথিবাত পড়িলা বাগৰি ॥
দৈৱকী মুৰ্চ্ছিতা ভৈলা, “হা বাপ, কৈক গৈলা”
এহি বুলি ধাকুৰন্ত হিয়া।
পুত্ৰ শোকে জ্বলে আখি, প্ৰভাস তীৰ্থক লাগি,
কান্দন্তে গৈলেক লৰৰিয়া ॥
মৃতক শৰক ধৰি, কান্দে আৰ্ত্তনাদ কৰি,
বসুদেৱ, দৈৱকী সহিত।
“হা কৃষ্ণ পুত্ৰ” বুলি ধাকুৰে মাথাক তুলি
কত উঠি পৰে ধাত ধাত ॥
“হা কামদেৱ বাপ, তোমাৰ সন্তাপে হিয়া
অৱশ্যে চলিব যম লোক।
“হা হা শাম্ব অনিৰুদ্ধ কি কাৰণে গৈলা বধ”,
এহি বুলি দেখন্ত যমক ॥
এহি বুলি তাসন্বাৰ গুণক বৰ্ণাই গুয়ো,
বৰ শোকে ভৈলন্ত বিকল।
সব জ্ঞান দূৰে গৈলা মায়ায়ে মোহিত ভৈল ॥
স্নেহ ভাৱে আকুলিত ভৈল ॥

ধন জন বন্ধু যত, এক পদাৰ্থৰ শোকে,
জ্ঞানীও ধৰিব নৰে চিত্ত।
অসংখ্যাত পুত্ৰ নাতি, সবে ভৈলা বিসঙ্গতি,
শোকে দুয়ো ভৈলা জৰ্জ্জৰিত॥
নষ্ট ভৈলা পূৰ্ব্ব জ্ঞান, মৃতকক কৰি ধ্যান,
দশ দিশে দেখন্ত যমক।
কপট কৰিলা বিধি, হৰুৱাইলা স্মৃতি বুদ্ধি
পাছে দুয়ো গৈলা পৰলোক॥
দেখা পৰীক্ষিত ৰায় মায়াক এৰন্তা নাই,
মায়াতেসে বশ্য চৰাচৰ।
সিদ্ধ মুনি আদি কৰি, মায়াক জিনিব নৰি,
কায় ক্লেশে ভ্ৰমে নিৰন্তৰ॥
বসুদেৱ মহাশয়, কৃষ্ণক তনয় পাই,
তথাপি মায়াতে মোহ ভৈলা।
মৃতকক কৰি ধ্যান, শোকতে ত্যজিলা প্ৰাণ,
সি কাৰণে মুকুতি নাপাইলা॥
গৌতমৰ গৃহে আসি, পুনবায় উপজিব,
মহা ধৰ্ম্ম শীল বসুদেৱ।
পূৰ্ব্ব ৰাজ ঋষি তনু ত্যজি ই জন্মক পুনু
দ্বিজ সদানন্দ নাম হৈব॥

মহা পূণ্যশীলা সতী, দৈবকীয়ো পুনুৰূপি,
হৈব গৈয়া ব্ৰাহ্মণৰ কন্যা।
সুশীলা নামত খ্যাতি, সদানন্দ মহামতি,
বিহাইবেক দেখি মহাধন্যা॥
পাছে প্ৰভু নাৰায়ণ, পিতৃ মাতৃ দুহান্তক
উদ্ধাৰিব মনে পুনৰ্ব্বাৰ।
ব্ৰাহ্মণৰ ৰূপ ধৰি, দামোদৰ ৰূপে হৰি,
সুশীলাত হৈব অৱতাৰ॥
ইটো গুহ্যতৰ কথা, নাহি হৈব অন্য তথা,
সৱশেষে কহিলোঁ সকল।
আৰু যি তোমাৰ মনে, যতেক সংশয় আছে,
সমস্ত কহিবোঁ মহীপাল॥
শুনিয়োক সৰ্ব্বজন, কৃষ্ণত অৰ্পিয়ো মন,
সংসাৰৰ দেখা কেনে গতি।
বসুদেৱ দৈবকীয়ো গৃহতে কৃষ্ণক পাইয়ো,
তথাপিতো না পাইলো মুকুতি॥
কলি যুগে অৱতৰি দামোদৰ নাম ধৰি,
পিতৃকুল নিস্তাৰ কৰিলা।
আন সব নৰ নাৰী, তাহাতে ভকতি কৰি,
দুৰ্ল্লভ মুকুতি পদ পাইলা॥

কোন নো পণ্ডিত সৰে, ইটো কথা নমানিবে,
কহোঁ মই উৰ্দ্ধবাহু কৰি ।
তথাপি বিশ্বাস নাই, পণ্ডিত সমাজে যাই,
দেখা গই পুৰান বিচাৰি ॥
হেন জানি আন এৰি, তান গুণ নাম স্মৰি,
সাধিয়োক আপোন কুশল ।
দুৰ্ল্লভ মনুষ্য তনু, সেহুবাই না পাই পুনু,
নকৰিবা ইহাঁক বিফল ॥
ত্যজিয়া বিষয় ধান্দা, ৰাম নাম গলে বান্ধা,
তেবেসে সংসাৰ সুখে তৰি ।
নমানাহা যদি হিত, আসি পাইবে যম দূত,
নবক পন্থক নিবে ধৰি ॥
হৈব বল বুদ্ধি চুৰ, কৰিব যাতনা ঘোৰ,
তেবেসে গুণিবা মনে মনে ।
ইটো যম যাতনাত, তাৰন্তা নাহিকে আন,
ভকত বৎসল হৰি বিনে ॥
জানি আন কৰ্ম্ম ত্যজা কৃষ্ণৰ চৰণে ভজা,
মুখে লোৱা মাধৱৰ নাম ।
কৃষ্ণ দাস দ্বিজবৰে, কহে সব নিৰন্তৰে,
সঘনে ঘোষিয়ো ৰাম ৰাম ॥

# ইন্দ্র কর্ত্তৃক ছদ্মবেশে অহল্যা হৰণ।

পদ।

শুকমুণি বোলন্ত শুনিয়ো পৰীক্ষিত।
বসুদেৱ দৈবকীৰ জন্ম কৰ্ম্ম যত॥
সৱাক কহিলো মই ভাগ ভাগ কৰি।
আৰো কহোঁ কৃষ্ণ কথা শুনা কৰ্ণভৰি॥
পুছিলাহা যি কাৰণে পূৰ্ব্বে নাৰায়ণ।
গৌতম গৃহত যাই ভৈলা উতপন॥
ঋষিৰ কথাক মই কহিলোঁ সমস্ত।
কৃষ্ণক সুমৰি ৰাজা মন কৰা সুস্থ॥
গৌতম ঋষিৰ আছে আশ্ৰম উত্তম।
ফলে ফুলে জ্যোতিষ্কৰ দেখি মনোৰম॥
যত নানা তৰুলতা কহিব কতেক।
কিছু কিছু কৰি কহোঁ শুনিয়ো প্ৰত্যেক॥
কদলী, কন্দলী, আম, জাম, দৱা ফল।
কৰ্দ্দৈ, পিছু, মৰ্দ্দক, কপিত্থ, নাৰিকল॥
জমিৰ, জস্কৰা, আৰু সলঙ্গা, থৈকাৰা।
গুৱা, নাগবল্লী, কৰমৰ্দ্দক, সন্তাৰা॥

আমাৰি, গামাৰি, মধুফল, শাল, তাল, ।
দাড়িম্ব, বদৰি, ফলভৰে ভাঙ্গে ডাল ॥
মধুবন, শ্ৰীফল, বকুল, নাগেশ্বৰ।
কাঞ্চন, চম্পক, বক, বন্ধুলি, তগৰ ॥
কৰবিৰ, মৰুৱা, মন্দাৰ, জুতি, যাই।
জবা, কুন্দ, কুৰুবক, মালতী, মাধাই ॥
কেতকী, সেৱতী, সেফালিকা, গুটিমালী।
আনু সব ফুল আছে থানে থানে ফুলি ॥
স্থানে স্থানে দীঘি, সৰোবৰ অসংখ্যাত।
কোকনদ, উতপল ফুলি আছে তাত ॥
পদ্মৰ সুৰভি গন্ধ বহে দশ দিশে।
গুঞ্জৰিত মধুকৰ পুষ্প-মধু আশে ॥
কঙ্ক, বক, চক্ৰবাক পক্ষী থাকে বঞ্জি।
ভুঞ্জে ৰাজহংসগণে মৃণাল উভঞ্জি ॥
ব্যাঘ্ৰ, ভালুক, হৰিণ একে পালে চৰে।
মুনিৰ প্ৰভাবে কাকো হিংসা নাহি কৰে ॥
মণ্ডুকৰ দম্ভ দৰ্প সৰ্পৰ আগত।
মুষিকৰ গালাগালি বিড়ালি সহিত ॥
আশ্ৰমৰ সমীপত আছে পদ্মবন।
শ্বেত, ৰক্ত পদ্ম ফুলি আছে থানে থান ॥

নানাবিধ বিহঙ্গম থাকে ক্ৰীড়া কৰি।
গুঞ্জৰিত মধুকৰ পদ্মক আবৰি॥
নানাবিধ ফলভুঞ্জি কোকিলে কৰে ৰাও।
সুগন্ধি শীতল বহে মলয়াৰ বাও॥
স্থানৰ উপমা যত কহন না যায়।
ইন্দ্ৰৰ নন্দন বন তেহুয় পৰায়॥
হেন আশ্ৰমত আছে গৌতম তপস্বী।
সদায় অহল্যা থাকে যাহাক উপাসি॥
অহল্যাৰ ৰূপ গুণ কহন না যায়।
দেৱ বিদ্যাধৰীয়ো যাহাৰ সম নুই॥
এক দিন ঋষিৰাজ তপস্যাক গৈলা।
শুনা মহাৰাজ যেন অনন্তৰে ভৈলা॥
সেহি দিনা স্বৰ্গ হন্তে আসি পুৰন্দৰ।
কৌতুকে পশিলা সেই আশ্ৰম ভিতৰ॥
দেখিলা অহল্যা বসি আছে একেশ্বৰে।
কামে বিয়ামোহ গাৱ ভৈলা পুৰন্দৰে॥
প্ৰফুল্ল কমল যেন বদন সুভাসে।
মুকুতাৰ পান্তি যেন দশন প্ৰকাশে॥
আয়ত লোচন যেন কমলৰ পাহি।
অৰুণ অধৰ, মুখে মনোহৰ হাসি॥

উন্নত কঠিন স্তন প্ৰকাশে হিয়াত।
যেহেন দাড়িম্ব দুই লাগিছে গাছত॥
সৰোবৰ সম নাভি মনসি উদৰ।
নিতম্ব জঙ্ঘম যেন বহল প্ৰসৰ॥
বতাহত হালে যেন ডম্বৰু কঙ্কাল।
বৰ্ত্তুল বলিত ঊৰু যেন ৰাম ফল॥
ঝুন ঝুন বাজে পায়ে ৰত্নৰ নপুৰ।
ৰূপ দেখি ঋষিগণ হোৱে কামাতুৰ॥
যেন কামদেব আসি আছে মূৰ্ত্তি ধৰি।
ভ্ৰুযুগ-ধনুত যেন কটাক্ষ-শৰ জুৰি॥
অহল্যাৰ হেন ৰূপ দেখি পুৰন্দৰ।
কামে বিমোহিত হাত পাৰ নহে স্থিৰ॥
সৰ্চাকিতে আগ পাছ চান্ত ঘনে ঘন।
যেন আলগতে ধৰি কৰন্ত চুম্বন॥
মনত গুণন্ত যদি যাও এহি মতে।
মহা শান্তী অহল্যায়ে শাপিব ক্ৰূদ্ধতে॥
কামে মত্ত হুয়া ইন্দ্ৰে এৰিলেক ভয়।
ব্ৰাহ্মণী হৰিব মনে কৰিলা নিশ্চয়॥
পতঙ্গ সকলে যেন মৃত্যুক নাজানি।
কৌতুকতে অগনিত পৰন্ত আপনি॥

সেহি মতে পুৰন্দৰে কামে জ্ঞান হীন।
ব্ৰাহ্মণী হৰিতে মনে কৰিলা যতন॥
এৰিলন্ত শৰীৰৰ বসন সমস্ত।
সাক্ষাতে গৌতম যেন ভৈলা কুশ-হস্ত॥
স্বৰূপত দেখি যেন তপস্বীৰ বেশ।
ক্ষীণ ভৈলা দেহা শনসুতা যেন কেশ॥
আয়ত যে চক্ষু কপালত ফোটা জ্বলে।
আজানুলম্বিত ৰুদ্ৰাক্ষৰ মালা গলে॥
স্কন্ধে নৰগুণ দাড়ি গুম্ফ জৰাজৰি।
জপন্তে আছন্ত অক্ষমালা কৰে ধৰি॥
কঙ্কালত ব্যাঘ্ৰ চৰ্ম্ম হৃদি ভস্ম ধূলি।
এহি বেশ ধৰি দেৱৰাজ গৈলা চলি॥
সঘনে উচ্চৰে ৰাম কৃষ্ণ বনমালী।
হেন দেখি অহল্যা উঠিলা গাৰচালি॥
স্বামী আসিবাক দেখি আথবেথ কৰি।
সাদৰে আসন দিলা প্ৰক্ষালিলা ভৰি॥
কৰ যোৰ কৰি সতী পুছিলন্ত কাজ।
অসময় বেলা কেনে আইলা মুনিৰাজ॥
হেন শুনি কপট বাসৱে বোলে বাণী।
তুমি মোৰ প্ৰিয়া পাটেশ্বৰী মহাৰাণী॥

কি কহিবো তোমাত আপনি-সৰ্ব্বজান।
তযু ৰূপ স্মৰি মোৰ ভঙ্গ ভৈলা ধ্যান ॥
কি হেতু ঈশ্বৰে মোক কপট কৰিলা।
তোমাক স্মৰন্তে মোৰ কাম উপজিলা ॥
সি কাৰণে তপস্যাত স্থিৰ নহে মন।
অসময় কালে আসি ভৈলো উপসন ॥
হেন জানি প্ৰাণেশ্বৰী নকৰি বিলম্ব।
দেহ আলিঙ্গন মোক নাহি উপালম্ভ ॥
এহি মতে চলবাক্য বোলে থৰতৰ।
কম্পিলা শৰীৰ হাত পাৱ নহে স্থিৰ ॥
হেন শুনি অহল্যা গুণন্ত মনে মন।
কি হেতু অযোগ্য বাণী বোলে তপোধন ॥
নিবাৰিলে অৱশ্যে হইবে মহা কোপ।
নৈৰাশ দেখিলে ক্ৰোধে দিবে চণ্ড শাপ ॥
কি মতে ঋষিৰ আজি স্থিৰ হৈবে মন।
লাজে অধোমুখে সতী বুলিলা বচন ॥
"আপুনি জানাহা গুৰু! ধৰ্ম্মাধৰ্ম্ম যত।
শৃঙ্গাৰ কৰিলে পাপ হোৱে দিবসত ॥
জানিবাহা তোমাৰেসে কিঙ্কৰী সদায়।
ইটোকথা প্ৰাণনাথ নোবোলা হুনাই ॥"

এহি মতে অনেক দেখাইলা পূৰ্ব্বাপৰ।
তথাপি নাহিকে ক্ষমা কপট ঋষিৰ ॥
স্বামীৰ অধীনা নাৰী বাধিব কিমতে।
এহি ভাবি অধোমুখে ৰহিল তথাতে ॥
পুৰুষৰ আভাসে উপজি কাম ভাৱ।
শিথিল মেখলা শিহৰিল সৰ্ব্ব গাৱ ॥
হেন দেখি কপট বাসৱ কামাতুৰ।
অহল্যাক হাতে ধৰি পশিলা ভিতৰ ॥
ষোড়শ শৃঙ্গাৰে ক্ৰীড়িলন্ত ভিন্নে ভিন্ন।
নুহিকন্ত স্বামী সতী পাইলন্ত প্ৰমাণ ॥
কোনবা পুৰুষে মোক কৰিলেক চল।
নুহিকন্ত ঋষি ঘটো জানিলো সকল ॥
অহল্যা বোলন্ত "ওৰে কোন দুৰাচাৰ।
চিনা দেহ নুহি শাপি কৰো বুন্দামাৰ ॥
আমাক চলিয়া পাপী পাইবি কোন ফল।
ঋষিৰ হাতত পৰি মৰিবি সমূল ॥"
শুনি মহা ভয় ভৈলা অমৰ ৰাজন।
ঋষি বেশ এৰি পাছে বুলিলা বচন ॥
"হেৰা দেখা প্ৰাণেশ্বৰী মই দেৱৰাজ।
কামে মত্ত হুয়া মই কৰিলোঁ অকাজ ॥

ক্ষমা ইটো দোষ মোৰ তুমি ধৰ্ম্মশীলা।”
এহি মতে ইন্দ্ৰে আনু কাকুতি কৰিলা॥
অহল্যা বোলন্ত “ইন্দ্ৰ চলিও সত্বৰ।
যাবে নটো আমি লাগ পাৱে মুনিবৰ॥”
হেন শুনি বাসৱে উঠিলা আথেবেথে।
গৃহৰ বাহিৰে চলি যান্ত ৰাজপথে॥
গৌতমৰ তপ ভঙ্গ ভৈলন্ত তথাত।
আসি লাগ পাইলা মুনি ইন্দ্ৰক সাক্ষাত॥
পুছিলন্ত কথা “তই কোথেৰ পামৰ।
কি হেতু পশিলি তই আশ্ৰম ভিতৰ॥”
শুনি মহা ভীত ভৈল বাসৱৰ মন।
দণ্ডৱতে পৰিলন্ত ঋষিৰ চৰণ॥
“জানিবাহা ইন্দ্ৰ মই পৰম অজ্ঞানী।
কামে মত্ত হুয়া মই হৰিলো ব্ৰাহ্মণী॥”
ক্ৰোধে বুলিলন্ত “এবে ইন্দ্ৰ শুনিয়োক।
স্বৰ্গৰ সুন্দৰীগণে তোক নাভিলেক॥
কৰিলি পাপ ব্ৰাহ্মণৰ ভাৰ্য্যা হৰি।
সমস্ত শৰীৰে যোনী হৌক আজি ধৰি॥
অণ্ডকোষ চিঙ্গি তোৰ যাউক এতক্ষণে।
আৰু যেন ইটো কৰ্ম্ম নকৰে আনু জনে॥

ইন্দ্রক শাপিয়া ঋষি আশ্রমত পশি।
দেখন্ত অহল্যা আছে অধোমুখে বসি ॥
শৃঙ্গাৰৰ চিহ্ন সব দেখিলা শৰীৰে।
অহল্যাক সম্বোধি মাতিলা মুনিবৰে ॥
"কহিয়ো অহল্যা মোত স্বৰূপ বচন।
কিবা অগ্ৰান্তৰ ভৈলা কহা মোৰ স্থান ॥"
হেন শুনি অহল্যাৰ ধাতু গৈলা উৰি।
ভয়ে প্ৰণমিলা গৌতমৰ পাৱে ধৰি ॥
"শুনিয়োক প্ৰাণনাথ! কহো নিস্ট কৰি।
ছলিলেক ইন্দ্রে মোক তনু বেশ ধৰি ॥
অনেক বুঝালোঁ আগ পাছক চিনাই।
তথাপি হৰিলা মোক কামে অন্ধ হই ॥"
বদতি গৌতম "শুনিয়োক দুৰাচাৰী।
স্বৰূপ কহিলি যি কাৰণে নিস্ট কৰি ॥
সিকাৰণে তোক শাপ দিব অনুৰূপ।
শিলা হুয়া থাকা তই অচেতন ৰূপ ॥
এহি আশ্ৰমত থাকা সহস্ৰ বৎসৰ।
ৰামৰূপে হৰি আসি হৈব অৱতাৰ ॥
তাহান পৰশে পাইবি শাপত মুকুতি।
তেবেসে আমাক পাইবা কহিলো যুকুতি ॥"

ব্ৰহ্ম শাপে অহল্যা তেখনে শিলা ভৈলা।
পাছে ঋষিৰাজ মনে গুণিবাক লৈলা॥
কলঙ্ক ভৈলেক এবে মোহৰ বংশত।
ইটো কথা ঘোষিবেক ইতিনি লোকত॥
মই হেন মহা ঋষি ত্ৰিজগতে জানে।
ইটো কলঙ্কক মই গুচাও কেমনে॥
উগুল থুগুল একো নাই সুখ শান্তি।
উপায় পাইলেক এক মনে গুণি গান্থি॥
ত্ৰৈলোক্য ঈশ্বৰ প্ৰভু দেৱ নাৰায়ণ।
ভকতৰ মনোৰথ কৰিবে পূৰন॥
মই তাৰ দাস ৰাত্ৰি দিনে কৰো সেৱ।
মোক কৃপা কৰিবন্ত কৃপালু মাধৱ॥
তাহান চৰণে মই নিয়ম কৰিব।
মূল মন্ত্ৰ স্মৰি উগ্ৰতপ আচৰিব॥
কৃপাৰ সাগৰ প্ৰভু দেৱ যদুপতি।
মোহৰ বংশত যেৱে হোৱে উতপতি॥
তেবেসে গুছয় মোৰ বংশৰ কলঙ্ক।
এহি ভাবি ঋষিৰ মনত ভৈলা ৰঙ্গ॥
উত্তৰক লাগি ঋষি কৰিলা গমন।
এৰাইলন্ত নদ নদী বন উপবন॥

পাইলা হেমৱন্ত গিৰি-ৰাজৰ নিকট।
দেখিলন্ত জগত পাবনী গঙ্গা তাত ॥
সুকোমল বালি দুগ্ধ সম শুক্ল জল।
হেন গঙ্গাতীৰে উপসন মহাবল ॥
পৰিমিত ভিত্তি বান্ধিলন্ত গঙ্গা তীৰে।
পাৰিলেক কুশাসন তাহাৰ উপৰে ॥
তাহাৰ উপৰে পাৰিলেক ব্যাঘ্ৰ ছাল।
শ্বেত বস্ত্ৰ সবাবেসে উপৰে থাপিল ॥
পূজাৰ সম্ভাৰ পাছে মিলাইলা তহিত।
কৰিলন্ত পাছে স্নান নামি জাহ্নবীত ॥
তিল কুশ ধৰি পিতৃ দেৱক অৰ্পিলা।
গুৰুক সুমৰি সেই আসনে বসিলা ॥
কায়-বাক্য-মন-বুদ্ধি কৰিলা নিয়ম।
শিৰ-গ্ৰীবা-কঙ্কাল-শৰীৰে কৰি শ্ৰম ॥
একো দিশ বিদিশ নাচন্ত নেত্ৰ দুই।
ঈষৎ দৃষ্টিয়ে নাসিকাৰ অগ্ৰ চাই ॥
শৰীৰ নচলৈ মন নাযায় একো ভিত।
নিৰ্ব্বায়ু স্থানৰ যেন প্ৰদীপ আকৃতি ॥
এহি মতে শৰীৰক কৰিয়া নিশ্চল।
বিষ্ণু মন্ত্ৰ জপি ৰহিলন্ত মহাবল ॥

শুকে কহিলন্ত কথা শুনা নৃপবৰ।
শুনা সাৱধানে এবে আত অনন্তৰ॥
দ্বাৰকাক এৰি যি কালত যদুপতি।
কৌতুহলে বৈকুণ্ঠ পুৰত ভৈলা স্থিতি॥
জগত জননী লক্ষ্মী দেবী আগ বাঢ়ি।
প্ৰণমিলা মাধৱক চৰণত ধৰি॥
পাৰিষদ গণে উপাসন্ত চতুৰ্ভিতি।
আসনে বসিয়া হৰি কৰন্ত দীপিতি॥
পুছিলন্ত ইটো কোন জন বা দুৱাৰী।
শুনি মুচুকাই হাসিলন্ত মহা হৰি॥
হেন শুনি মাতিলন্ত জগতৰ স্বামী।
"তযু স্বামী মই হৰি নিচিনাহা তুমি॥"
লক্ষ্মীয়ে বোলন্ত আবে জানিলোঁ নিশ্চয়।
"বানৰক হৰি বোলে জানি আছো মই॥"
তুমি যদি বানৰ ইয়াতে আছা কিক।
নানা ফল ফুল খাবা যাহা পৰ্ব্বতক॥"
মাধৱে বোলন্ত "শুনিয়োক প্ৰাণেশ্বৰী।
মই মধুসূদন জানিবা নিষ্ঠ কৰি॥"
লক্ষ্মী নিগদতি "যদি হোৱা মধুকৰ।
পুষ্প মধু ভুঞ্জা গৈয়া বৃক্ষৰ উপৰ॥"

পুনৰপি বোলে "প্ৰাণেশ্বৰী শুনিয়োক।
মই কৃষ্ণ পূৰ্ণ ব্ৰহ্ম নিচিনা আমাক॥"
লক্ষ্মীয়ে বোলন্ত "মই মহা ভয় ভৈলো।
বানৰৰ কৃষ্ণবৰ্ণ আজিসে দেখিলো॥"
ভাৰ্য্যাৰ শুনিয়া হেন উপহাস বাণী।
লাজে অধোমুখ ভৈলা প্ৰভু চক্ৰপানি॥
হেন দেখি জগত-জননী লক্ষ্মী মাৱ।
দণ্ডবতে প্ৰণমিলা নাৰায়ণ পাৱ॥
পাৱে প্ৰণমিলা প্ৰদক্ষিণ শত কৰি।
সখীগণ সমে পাছে নিলা আগ বাঢ়ি॥
ৰত্নৰ আসনে বসিলন্ত নাৰায়ণ।
হাসি হাসি লক্ষ্মী পাছে বুলিলা বচন॥
"এতিক্ষণে আসুঁ বুলি মোক ভাণ্ডি গৈলা।
এতদিন পৃথিবীত কি কাম কৰিলা॥"
শুক নিগদতি শুনিয়োক নৃপবৰ।
লক্ষ্মীৰ শুনিয়া বাণী জগত আধাৰ॥
প্ৰসন্ন বদনে হাসি বুলিলা বচন।
শুনা প্ৰাণ জায়া শুনা পাৰিষদগণ॥
ইহাত যেহেন তোমাসব প্ৰিয় মোৰ।
পৃথিবীতো আছে স্নেহ বান্ধৱ আমাৰ॥

প্ৰেম ভাবে ভজি বশ কৰিলা আমাক।
তাসম্বাক এৰি না পাৰোহো আসিবাক ॥
শয়নে ভোজনে মোক চিন্তে ৰাত্ৰি দিন।
তাসম্বাক এৰিবে খোজন্তে ফুটে প্ৰাণ ॥
উদ্ধৱ পৰম প্ৰিয় আছিল আমাৰ।
আৰু সখি আছিল অৰ্জ্জুন ধনুৰ্দ্ধৰ ॥
বিদুৰ সহিত মোৰ আছিল পিৰিতি।
দ্ৰোপদী কৰিলা মোক সপ্ৰেম ভকতি ॥
আছিল মৈত্ৰেয় মুনি আমাৰ ভকত।
ধৰ্ম্ম নৃপতিও মোক সুমৰে সতত ॥
আনু নানা বৈষ্ণৱ আছিল মোৰ হিত।
তাসম্বাক নেদেখি নৰক্ষে মোৰ চিত্ত ॥
আছিলন্ত নন্দ যশোদাৰ মহা ভাগ্য।
পুত্ৰ বুলি আমাক গৃহতে পাইলা লাগ ॥
আনু গোপ গোপীৰ কহিব কথা কত।
বসুদেৱ দৈৱকীৰ পৰিল মনত ॥
শিশুকালে হন্তে তাসম্বাৰ দুঃখ স্মৰি।
নমাইলেক মাথ কিছু ঈশ্বৰ মুৰাৰি॥
পূৰ্ব্বে ঘোৰ তপ আচৰিলা দুয়ো প্ৰাণী।
তুষ্ট হুয়া দোহাক দেখা দিলোহো আপুনি ॥

নিজ ৰূপে দেখা দিয়া বোলো লেৰা বৰ।
বুলিলেক পুত্র হৌক তুমি সমসৰ॥
এহি হৌক বুলি মই বৰ দিয়া গৈলো।
দুইবাৰ তাহান গৃহত উপজিলোঁ॥
পুনু যদুকুলে বসুদেৱ পুত্র সুত।
দৈৱকীক বিবাহ কৰিলা মথুৰাত॥
সভার্য্যা গৃহক বঙ্গে আসে বসুদেৱ।
লগতে চলন্ত কংশে কৰিয়া উৎসৱ॥
আকাশী বচন শুনি কংশ মন্দচিত।
কাটো বুলি দৈৱকীৰ ধৰিলা কেশত॥
বসুদেৱে আগ পাছ বুঝাই অনেক।
কংশৰ হাতৰ এৰুৱালা দৈৱকীক॥
পূর্ব্বৰ তপস্যা ফলে দৈৱকী সুন্দৰী।
প্রকাশ কৰয় মোক উদৰত ধৰি॥
পাছে আদি অন্ত কথা কংশ মহাভাগ।
নাৰদৰ মুখে শুনি উঠি গৈলা ৰাগ॥
লগাই নিহাল বসুদেৱ দৈৱকীক।
বন্দীশালে নিগ্রহি ৰাখিলা দুহাস্তক॥
যি বেলাত বসুদেৱ দুখুনী দৈৱকী।
ঘোৰ যাতনাত দুঃখে কান্দে মকমকি॥

তাসম্বাৰ দুঃখ মই সহিবোহু কত ।
দেখ নৱ নাৰী সবে কৰে ছট ফট ॥
কতদিন সেহি বন্দাশাল-মন্দিৰত ।
নিজ ৰূপে উপজিলোঁ দুহান আগত ॥
মোক দেখি পিতৃ মাতৃ ভৈলন্ত বিস্ময় ।
হেন দেখি দুহান্তক দিলোঁহু নিৰ্ভয় ॥
কহিলো মোহৰ নিজ মহিমা আপনি ।
তথাপি কংশৰ ভয়ে কম্পে দুয়ো প্ৰাণী ॥
ঘোৰ যাতনাৰ দুঃখ তাকো পাশৰিলা ।
চুৰি কৰি মোক নিয়া গোকুলত থৈলা ॥
যোগীগণে মোক চিন্তি তৰয় সংসাৰ ।
স্বপ্নতো নেদেখে মোক ইটো চৰাচৰ ॥
দেৱগণ অসুৰত পায়া মহা ভয় ।
আমাৰ প্ৰসাদে সবে থাকই নিৰ্ভয় ॥
দৈৱকী পাইলন্ত মোক পুত্ৰ তপস্যায় ।
বিধিৰ বিপাকে তান কিঙ্কৰ পৰাই ॥
নাহি স্নান ভোজন নিদ্ৰাও নিমিলয় ।
তাসম্বাৰ দুঃখ দেখি হৃদয় দহয় ॥
পাছে কত দিন নন্দ গৃহত আছিলো ।
নানা লীলা কৰি দুষ্ট দানৱ বধিলোঁ ॥

গোকুলত থাকি দুঃখ শুনো দুষ্টান্তৰ।
নিতে নানা দুঃখ দেয় কংশ দুৰাচাৰ ॥
সেহি সব শুনি মোৰ মনে বৰ শোক।
দাদা বলভদ্ৰ সমে গৈলো মথুৰাক ॥
মহা বৈৰি কংশক বধিলো চলে বলে।
পিতৃৰ মাতৃৰ দুঃখ গুচালোঁ সকলে ॥
উগ্ৰসেন ৰাজাক পাতিলোঁ অধিকাৰী।
সাগৰৰ মধ্যত পাতিলো দিব্য পুৰী ॥
কৰিলোঁ বিবাহ কন্যা ষোড়শ হাজাৰ।
দেখি পিতৃ মাতৃ দোহে আনন্দ বিস্তাৰ ॥
মোৰ গৃহবাস দেখি পিতৃ মাতৃ দুই।
দূৰ গৈলা দুঃখ আনন্দৰ সীমা নাই ॥
অনেক বিস্তৰ ধন ৰত্ন অলঙ্কাৰে।
ৰথ, হয়, হস্তী, দাস, দাসী আৰম্বৰে ॥
আনু নানা বিভৱ যে নাহি পাৰমিতি।
দেখি দুহান্তৰ যে আনন্দ মন আতি ॥
মোৰ বিদ্যমানে পূৰ্ব্বে যত দুঃখ পাইলা।
সি সব পাশৰি কিছু মন সুস্থ ভৈলা ॥
পাইলা ৰত্ন-হাট নপাইলেক বেহাইবাক।
ফতেকতে বিধি আসি মিলালা বিপাক ॥

মনত ভৰষা কৰে পিতৃ মাতৃ দুই।
এহি মতে সুখভোগ ভুঞ্জিব সদায় ॥
অনুক্ৰমে বৃদ্ধকাল হৈব কত দিনে।
পুত্ৰগণে প্ৰতি পাল কৰিব যতনে ॥
পাছে দেহা এৰি দুয়ো স্বৰ্গে যাব চলি।
ৰাম কৃষ্ণ ৰঙ্গে দিব পিণ্ড জলাঞ্জলি ॥
এহি মতে আশা কৰি আছিলন্ত দুই।
বাঞ্ছা সিদ্ধি কৰিবাক নপাৰিলো মই ॥
মোৰ ইচ্ছাতেসে ঋষিগণে শাপিলন্ত।
একে লগে যদুকুল সবে ভৈলা হত ॥
আসিলোহু নিজ স্থানে পৃথ্বী ভাৰ হৰি।
পাছৰ কথাক মই নচাইলোহু ফিৰি ॥
মোৰ অৰ্থে যত দুঃখ পাইলা পিতা মাতা।
নাপালো পালিব দোহে চলিলা বিধাতা ॥
কিনো মায়া ইটো মোৰ দুঃসহ সতত।
মোৰ পিতৃ মাতৃ নতৰিলা সংসাৰত ॥
সামান্যৰ কোন কথা মায়াৰ আগত।
ময়ো মোহ হওঁ কতো আপন মায়াত ॥
দেখা পাৰিষদগণ মায়াৰ প্ৰভাৱ।
ভালেতো সংসাৰ-বনে ভ্ৰমে জীৱ সব ॥

মই উপজিবে দেখি দুঃখক পাশৰি।
পলুরাই থৈয়া মোক আছিল আশাকৰি॥
মোৰ পিতৃ মাতৃ হই ভুঞ্জিলা ললাটে।
তথাপি নেবাইলা হাত বিধিৰ কপটে॥
ইথানক আসিলো তাসন্থাক এৰি।
পৃথিবীত কুযশ ঘোষিব নৰনাৰী॥
ইটো কুযশক মই কিমতে এৰাও।
কেন মতে তাসন্থাক সংসাৰ তৰাও॥
কত বেলি গুণি কৃষ্ণে আছিলা মনত।
আৰবা তুনাই পৃথিবীত হইব জাত॥
তাসন্থাৰ গৃহে পুনৰপি উপজিব।
পিতৃ মাতৃ দুহান্তৰ চিত্তক ৰঞ্জিব॥
ধৰ্ম্মৰ ভাগিলা কলি তিনিয়ো চৰণ।
বিপৰ্য্যয় ভৈলা সন্ত মহন্তৰ মন॥
ধৰ্ম্মক এৰিয়া অধৰ্ম্মক যাই চিত্ত।
হৈব সবে ঘোৰ কলি মাৰাত মোহিত॥
সিসব লোকক মই তাৰিবো যতনে।
ভকত বৎসল মোক বোলে এহিগুণে॥
এহিমতে ভকতৰ গুণক সুমৰি।
বৈকুণ্ঠ পুৰত বসি আছন্ত মুৰাৰি॥

কলিৰ বিৰোধী মন বুদ্ধি স্থিৰ কৰি।
লক্ষ্মী সহ একাসনে থাকিলন্ত হৰি।

## বিষ্ণুৰ বৰ প্ৰদান।

শুক মুনি বোলন্ত শুনিয়ো নৃপবৰ ;
গৌতম মুনিৰ কথা শুনা আতপৰ ॥
হিমালয়ত গৌতম আছে তপ কৰি।
ৰায়ুক নিয়মি মন বুদ্ধি স্থিৰ কৰি ॥
শিৰত বসাই যোগ-অগ্নি ভয়ঙ্কৰ।
ধূম্ৰময় সমস্তে আকাশ নিৰন্তৰ ॥
শৰীৰ প্ৰকাশে যেন প্ৰভাত ভাস্কৰ।
ধূম নিকলয় নিশ্বাসত নাসিকাৰ ॥
অগনি কনিকা মুখে উঠে ঝাকে ঝাকে।
হেন তপ দেখি ভয় ভৈলা দেৱ লোকে ॥
মুনিৰ দেখিয়া ঘোৰ তপৰ প্ৰভাৱ।
বিষ্ণুভুবনক ভয়ে গৈলন্ত বাসৱ ॥
ত্ৰিদশ সহিতে ইন্দ্ৰে দেখিলা বিষ্ণুক।
দণ্ডৱত কৰি প্ৰনমিলা দেৱ ঝাক ॥

মাথা ছোৱাই ইন্দ্ৰে কৰিলা কৃতাঞ্জলি।
কৰিবে লাগিলা স্তুতি ত্ৰাহি কৃষ্ণ বুলি॥
"নমো নমো অনাদি অনন্ত বনমালী।
চৰাচৰ জগতক আছা প্ৰতি পালি॥
বাক্যেও নপাৰে তযু মহিমা কহিতে।
মনেও নপাৰে কেহ চিন্তিব হিয়াতে॥
অনন্ত শকতি যাৰ নাহি আদি অন্ত।
চাৰি মুখে ব্ৰহ্মায় সদায় ধিয়ান্ত॥
সংহাৰ কাৰক জগতৰ গুৰু হৰ।
তোমাৰ মহিমা তেহু নপাৰন্ত ওৰ॥
তযু কটাক্ষতে হোৱে ব্ৰহ্মাণ্ড সংহাৰ।
ইচ্ছ ভৈলে তেখনে উপজে পুনৰ্ব্বাৰ॥
হেন হৰি তুমি জগতৰ শিৰোমণি।
কিবা তুমি জানো আমি পৰম অজ্ঞানী।
ভৃত্য হেন জানি মোক দিলা অম্ৰাৱতী।
তোমাৰ প্ৰসাদে মোক বুলে সুৰপতি॥
মোৰ কৰ্ম্ম বশে দেখো সিও মান বুৰে।
গৌতমৰ তপস্যা দেখন্তে ধাতু উৰে॥
গৌতমে একান্ত মনে আৰাধে তোমাক।
নিৰাহাৰে ৰহি আছে শতেক বৎসৰ॥

মহা তপোধন ঋষি নিজ যোগ বলে ।
অম্ৰাৱতী কাঢ়ি লৈবে পাৰে অবিকলে ॥
আপুনি সৃজিলা প্ৰভু ইটো ত্ৰিজগত ।
তপৰ প্ৰভাবে ঋষি কৰে সমাপত ॥
তোমাৰ চৰণে প্ৰভু কৰোঁ নিবেদন ।
কৰা প্ৰতিকাৰ প্ৰভু পশিলো শৰণ ॥
ইন্দ্ৰৰ বচন শুনি পাছে হৃষিকেশ ।
শুনিয়ো দেৱতা মোৰ আদেশ বিশেষ ॥
কিসক কৰাহা চিন্তা দেৱতাৰ ৰায় ।
অম্ৰাৱতী লৈবে গৌতমৰ ইচ্ছা নাই ॥
সিহেতু কৰন্ত তপ ঋষি মহাশয় ।
আমি জানো তাহান সমস্তে কাৰ্য্যচয় ॥
পৃথিবীক দিবে মোক কৰয় যতন ।
পৃথিবীক থাইবে লাগি মোৰ আছে মন ॥
নাহিকে সুখত ৰতি নলাগে মুকুতি ।
সিটো মহা যোগী কি কৰিবে অম্ৰাৱতী ॥
এহি বুলি নাৰায়ণে অল্প কৰি হাসি ।
দেৱক নিৰ্ভয় দিলা প্ৰবোধি আশ্বাসি ॥
কৃষ্ণক প্ৰণমি চলি গৈলা দেৱগণ ।
কৌতুহলে প্ৰবেশিলা আপোন ভুবন ॥

পাছে গড়ুৰত আৰোহিলা নাৰায়ণ।
স্বৰ্গেতে প্ৰবেশ ভৈলা গৌতমৰ স্থান॥
কৃষ্ণক চিন্তিয়া ঋষি আছে হৃদয়ত।
ভৈলন্ত বেকত প্ৰভু হৃদয় পদ্মত॥
কতো বেলি হৃদয়ত কৃষ্ণক নেদেখি।
কিছু কিছু কৰি ঋষি মেলিলন্ত আঁখি॥
চাহিবাক নপাৰে চক্ষুত লাগে জ্যোতি।
কোটী সূৰ্য্য সম শোভে শৰীৰৰ কান্তি॥
প্ৰসন্ন বদন যেন চন্দ্ৰৰ মণ্ডল।
দৰ্পণ আকাৰ যেন কুসুম কমল॥
শিৰত কিৰিটী প্ৰকাশয় যে ৰত্নৰ।
কুটিল অলকা শোভে চৌপাশে শিৰৰ॥
ৰত্নৰ তিলক শোভা কৰে ললাটত।
ভ্ৰূৰ যুগ মদনৰ ধনু মনোনীত॥
অৰুণ কমল পাহি আয়ত লোচন।
মকৰ কুণ্ডলে উল্লসিত দুই কৰ্ণ॥
নাসা তিল-ফুল সম ৰাতুল অধৰ।
চাৰু দন্ত পান্তি কুণ্ডকৰী সমসৰ॥
মুখে মন্দ হাসি যোল চন্দ্ৰমাক গঞ্জে।
কম্বুকণ্ঠে লম্বিত কৌস্তভ মনি বক্ষে॥

শ্ৰীবৎসৰ পাস্তি শোভা কৰে হৃদয়ত।
পঞ্চবিধ বনমালা আজানুলম্বিত॥
চাৰিখান বাহু নীল ভুজঙ্গ আকাৰ।
প্ৰকাশে কেয়ূৰ তাতে সুবৰ্ণৰ তাৰ॥
কনক-কঙ্কন চাৰি হাতে চাৰি অস্ত্ৰ।
শ্যামল শৰীৰে শোভা কৰে পীতবস্ত্ৰ॥
দশ অঙ্গুলিত জ্বলে ৰত্নৰ অঙ্গুষ্ঠি।
সচকিতে ঋষি চাই আছে এক দৃষ্টি॥
কঙ্কালে মেখলা তাতে ঝলকে কিঙ্কিনী।
পৃথিৱী লোটায় পিন্ধি আছে পীত ভুনি॥
ক্ষীণ মধ্য দেহা তাতে নাভি সুগভীৰ।
ৰূপ দেখি মদনৰ দৰ্প হোৱে চুৰ॥
বৰ্ত্তুল বলিত উৰু যেন ৰাম কল।
নাহিকে উপমা জানু জঙ্ঘা সুকোমল॥
উভয় চৰণ যেন নৱ পদ্মকোষ।
যাক দেখি ভকতৰ পৰম সন্তোষ॥
ৰত্নৰ নপুৰ তাতে ৰুনু ঝুনু বাজে।
নখ চন্দ্ৰ সম দশ অঙ্গুলি বিৰাজে॥
পদতল অৰুণ নবীন কিশলয়।
ধ্বজ ব্ৰজ ছয় পদ্ম অঙ্কুশে ৰঞ্জয়॥

হেন চমৎকাৰে প্ৰভু গড়ুৰত চৰি।
ঋষিৰ আগত আছে দিব্য মূৰ্ত্তি ধৰি॥
তবধ নয়নে চাই আছে দৃষ্টি ভৰি।
প্ৰেমে পুলকিত তনু গৈলেক শিহৰি॥
আনন্দে আকুল হুয়া গদগদ মাত।
কৃষ্ণৰ আগত পৰিলন্ত দণ্ডৱত॥
পুনৰপি উঠি কৰ যোড়ে প্ৰণিপাতে।
প্ৰদক্ষিণ কৰি প্ৰণমিলা দণ্ডৱতে॥
কৃষ্ণৰ সন্মুখ হুয়া কৰ যোড় কৰি।
আৰম্ভিলা স্তুতি বেদ বেদাঙ্গ উচ্চৰি॥
"নমো নমো ত্ৰিগুণ ঈশ্বৰ বাসুদেৱ।
নাৰায়ণ নিৰঞ্জন, নিৰ্গুণ মাধৱ॥
সমস্ত ভুতৰ প্ৰভু তুমি হৃদয়ত।
তথাপি কাহাৰো মনে নহোৱা বেকত॥
ব্ৰহ্মা হৰ আদি কৰি যত দেৱচয়।
তোমাৰ মহিমা কোনজনে নজানয়॥
আমি কেন মতে জানিবোহু তযু তত্ত্ব।
জানিবা আমাক তযু মায়ায় মোহিত॥
যত জীৱ জন্তু চৰাচৰ তৰু তৃণ।
স্থাৱৰ জঙ্গম গিৰি সাগৰ গগন॥

চন্দ্ৰ সূৰ্য্য গ্ৰহ তাৰা বন উপবন।
তুমি সৰ্ব্ব ব্যাপক কাহাতো নহ আন॥
বাক্যেয়ো নপাৰে কেহ মহিমা কহিতে।
পঞ্চমুখে সদাশিৱ নপাৰে বৰ্ণিতে॥
চতুৰ্ম্মুখে পিতামহ তযু গুণ গায়।
মন বুদ্ধি তৰ্কিতে নপাৰে কল্পনায়॥
মায়াময় সংসাৰ-সাগৰ ভয়ঙ্কৰ।
বিষয়-বাতাসে প্ৰকম্পিত নিৰন্তৰ॥
হেনয় সাগৰে তযু পদনৌকা এৰি।
নাপাওঁ নিস্তাৰ মোহ-পাশে যুৰো ঘূৰি॥
বন্ধুৰ সংযোগে সুখ বিয়োগে বিকল।
যেন সাগৰত উপঙ্গি যাওঁ তল॥
দাস বুলি কৃপা মোক কৰা নাৰায়ণ।
তযু নাম এৰি নভাবৌক মুখে আন॥
তযু দিব্য ৰূপ হৃদি নেৰৌক সৰ্ব্বদা।
হেন কৃপা কৰা মোক দাস বুলি সদা॥'
এহি বুলি ঋষি স্তুতি কৰিলা বিস্তৰ।
তাক নকহিলো পদ বিস্তৰৰ ডৰে॥
কৃষ্ণে অল্প কৰি হাসি বুলিলা বচন।
কি কাৰণে কৰা স্তুতি ঋষি তপোধন॥

মহা তুষ্ট ভৈলু মই তোমাৰ বাক্যত।
কৰিবহু সিদ্ধ তযু মনৰ বাঞ্ছিত॥
খুজা যদি দেও সপ্ত দ্বীপা বসুমতী।
যদি বাঞ্ছা কৰা দিব পুৰী অম্ৰাৱতী॥
যদি ব্ৰহ্মলোক বা কৈলাস আছে ইচ্ছা।
নুহি সশৰীৰে বৈকুণ্ঠক কৰা বাঞ্ছা॥
তুষ্ট ভৈলু তোমাত মাগিয়ো ইষ্ট বৰ।
যেহি খুজা সেহি দিব মোৰ অঙ্গীকাৰ॥
হেন শুনি গৌতমৰ উল্লাসিত প্ৰাণ।
নমিলা কৃষ্ণৰ পাক্ষে পৰশি শৰণ॥
"হৃদয়ত চিন্তি যোগীগণে নপাই যাক।
হেন পূৰ্ণ ব্ৰহ্মক হাততে পালো লাগ॥
গৌতমে বোলন্ত শুনা ত্ৰিজগত পতি।
কি কৰিবো আমি সপ্তদ্বীপা বসুমতী॥
অম্ৰাৱতী পুৰীত মোহৰ ইচ্ছা নাই।
কি কৰিবো ব্ৰহ্মলোক কৈলাসত যাই॥
নাহিকে মোহৰ ইচ্ছা বৈকুণ্ঠ পুৰত।
ভকতৰ সঙ্গ যে নচাৱোক সতত॥
শুনা যি কাৰণে প্ৰভু! তোমাক আৰাধো।
এক ইষ্ট বৰ তযু চৰণত মাগো॥

কৰিলন্ত ইন্দ্ৰে মোৰ বংশ কলুষিত ।
এহি মোৰ কুযশ ৰহিলা পৃথিবীত ॥
ইটো মোৰ মনোৰথ কৰিয়ো পূৰণ ।
এহি বৰ দিয়া প্ৰভু নমাগোঁহু আন ॥
ঋষিক সম্বোধি মাতিলন্ত চক্ৰপানি ।
তোমাৰ কাৰ্য্যক মই মনে আছো জানি ॥
পৃথিবীক যাইবেক ইচ্ছা আছে মোৰ ।
হৈবো মই তোমাৰ বংশত অৱতাৰ ॥
অবশ্যে কৰিবো মই বাঞ্চিত পূৰণ ।
এহি বুলি অন্তৰ্দ্ধান ভৈলা ভগবান ॥
পাছে ঋষিৰাজ মহা কৌতুহল মনে ।
নিজ আশ্ৰমক আসিলন্ত ৰঙ্গ মনে ॥

---

## পুনঃ কৃষ্ণ পৃথিবীলৈ গমনৰ কাৰন ।

শুক মুনি বোলন্ত শুনিয়ো নৰেশ্বৰ ।
কহিলো কৃষ্ণৰ কথা, তপ গৌতমৰ ॥
নাৰদে কহিলা আগে ব্যাসৰ আগত ।
মহা দয়া ভৰে পিতৃ কহিলা আমাত ॥

এহি দুই প্রয়োজন আছয় কৃষ্ণৰ।
তৰণৰ হেতু বসুদেৱ দৈৱকীৰ॥
পূর্ব্বে গৌতমক বৰ দিয়াছে আপুনি।
পুনঃ পৃথিৱীত অৱতাৰ চক্রপানি॥
সঞ্জাত নকৰা যদি আমাৰ বচন।
বিচাৰি চাহিয়ো তবে নাৰদী পুৰাণ॥
শুনা সর্ব্বজন কৃষ্ণ-কথা সাৱধানে।
লভিবা পৰম গতি ইহাঙ্ক শ্রৱণে॥
অসাৰ সংসাৰ সুখ নাহিকে কিঞ্চিৎ।
বিষ কলস যেন মুখত অমৃত॥
ধন জন বন্ধু যত পুত্র প্রাণ জায়া।
নাহিকে বিশ্বাস আত যেন মেঘ-ছায়া॥
তিলেকে মিলায় সুখ তিলেকতে দুঃখ।
হেন জানি বিষয়ত হুয়োক বিমুখ॥
জীৱন উপায় আৰে কৰা ৰাত্রি দিনে।
সর্ব্ব কর্ম্ম সমর্পিয়ো কৃষ্ণৰ চৰণে॥
তেবে নবান্ধিব বিষয়ৰ কর্ম্ম দোষে।
আপুনি সন্তুষ্ট হুইব প্রভু হৃষিকেশে॥
শয়নে, ভোজনে, স্নানে পুত্রক পালনে।
ভার্য্যা সম্ভাষণে আমু কর্ম্ম সাধনে॥

সবাহাকে হৰিৰ চৰণে সমৰ্পিবা।
যতেক বিষয় কৰ্ম্মদোষক এৰাইবা॥
কৃষ্ণৰ চৰিত্ৰ নিতে শুনিয়ো শ্ৰৱণে।
সদায় বিষয় কথা নুশুনিবা কৰ্ণে॥
সুখে দুঃখে মুখে নছাৰিবা হৰিনাম।
ৰাত্ৰি দিনে সদায়ে কৰিবা তান কাম॥
কহে দ্বিজ ৰবে তেবে তৰিবা সংসাৰ।
বোলা ৰাম ৰাম হৌক পাতেক সংহাৰ॥

---

## হৰ হৰিৰ কথোপকথন।

দোলড়ি।

শুক নিগদতি, শুনিয়ো নৃপতি,
কৃষ্ণৰ কথা বিচিত্ৰ।
পাৰ্ব্বতীত হৰে, যি কথা কহিলা
শুনিয়োক সুচৰিত্ৰ॥

ছবি।

হৰৰ চৰণ সেবি, পুছন্ত পাৰ্ব্বতী দেবী,
কহা প্ৰভু জগতৰ পতি।
ঘোৰ কলিযুগে নৰে, কিমতে সংসাৰ তৰে,
কহা প্ৰভু ইহাৰ যুকুতি॥

আমি তযু প্ৰাণ জায়া, মোক যেবে আছে দয়া,
ছেদিয়োক ইহাৰ সংশয়।
হেন শুনি পশুপতি, সাদৰে উমাক মাতি,
শুনা আবে কহিবো নিৰ্ণয়॥
তুমি জগতৰ সাৰ, তুমি বিনে নাহি আৰ,
লোকৰ চিন্তিলা কিনো হিত।
এহি বুলি ত্ৰিপুৰাৰি, প্ৰিয়াক আশ্বাস কৰি,
লাগিলা বিষ্ণুক অবাধিত॥
হাতে জপ্য মালা ধৰি, বিষ্ণুক আহ্বান কৰি,
মূল মন্ত্ৰ উচ্চৰে সঘনে।
বৈকুণ্ঠত থাকি হৰি, জানিলা নিশ্চয় কৰি,
আমাক আৰাধে ত্ৰিনয়নে॥
যাইবো কৈলাস প্ৰতি, সাধিবো হৰৰ প্ৰীতি,
এহি বুলি আথবেথ কৰি।
সঙ্গে পাৰিষদগণ, উপস্থিত নাৰায়ণ,
যথাত আছন্ত হৰ গৌৰী॥
বিষ্ণুক দেখিয়া হৰ, কৌতুকৰ নাহি পাৰ,
ৰত্নৰ আসন দিলা আনি।
পাৰিষদগণে বেঢ়ি, বসিলন্ত শাৰি শাৰি,
আসনে বসিলা চক্ৰপাণি॥

শঙ্কৰ বদতি হৰি কহিয়োক নিষ্ঠ কৰি,
পাৰ্ব্বতী কৰিলা স্মৰণ।
সংসাৰৰ লোক যত, পাপে ভৈলা জৰ্জ্জৰিত,
সি সবৰ কহিয়ো তৰণ ॥
হেন শুনি নাৰায়ণ, ভৈলা হৰষিত মন,
লোকৰ চিন্তিবে লৈলা হিত।
এনেতে হংসত চৰি, চাৰি মুখে বেদ পঢ়ি,
কৈলাসত ভৈলা উপনীত ॥
পাতালৰ হন্তে বলি, আসিলা অনন্ত হৰি,
কৈলাস শিখৰে উপসন।
প্ৰহ্লাদ নাৰদ যত, আন্ দেৱ অসংখ্যাত
ব্যাস আদি কৰি ঋষিগণ ॥
অক্ষয় বটৰ তলে সবে দেৱ কৌতুহলে,
বসিলেক দিব্য সভা পাতি।
অনন্তৰে দেৱ হৰি, ভকতৰ ভয় হাৰি,
বুলিলন্ত শঙ্কৰক মাতি ॥
"তুমি জগতৰ গুৰু, ভকতৰ কল্পতৰু,
শুনিয়োক মোহৰ বচন।
লোকৰ চিন্তিয়ো হিত, নিস্তাৰিয়া ত্ৰিজগত,
পৃথিবীত হুয়ো উতপন্ন ॥

প্ৰকাশিয়া ধৰ্ম্মচয়, তযু সঙ্গী সমস্তয়,
হৈব মহা বৈষ্ণৱ পৰম।
তযু নাম গুণ যত, ঘোষিবেক জগতত,
শঙ্কৰ হৈবেক তযু নাম।
মোৰ মহা প্ৰিয়তম, মোৰ তেজ বীৰ্য্য সম.
চাৰি সিদ্ধ ব্ৰহ্মাৰ মানস।
মোহৰ ইঙ্গিত জানি, চাৰি মহা ব্ৰহ্ম-জ্ঞানী
পৃথিবীত হৈবেক প্ৰকাশ।
প্ৰথমে শঙ্কৰাচাৰ্য্য. পৰম বৈষ্ণৱ তেজ,
তাৰ পৰে চৈতন্য গৌৰাঙ্গ।
হৰিব্যাস, ৰামানন্দ, সৰ্ব্বশাস্ত্ৰে বিশাৰদ.
মহাজ্ঞানী মানি নিবা সঙ্গ॥
এহি চাৰি জন ধীৰ, হৈবে আসি অৱতাৰ,
পাষণ্ড সকক কোপমনে।
যেন চাৰি চন্দ্ৰ সূৰ্য্য, কপট আন্ধাৰ নাশি,
হৈবেক উদয় চাৰি জনে॥
গৌতমৰ গৃহে যাই, আমি উপজিব যাই,
তোমাত হৈবহু বৰ লুলি।
জ্ঞানে মোক চিনিবাহা, সবাহাকে কহিবাহা,
উপজিলা দামোদৰ বুলি॥

শুনিয়ো সহস্ৰ শিব, উপজিয়ো পুনৰ্ব্বাৰ,
সন্ত-ধৰ্ম্ম কৰিবো প্ৰকাশ।
হৰি গুৰু নাম ধৰি, শ্ৰৱণ কীৰ্ত্তন কৰি,
তযু নাম গাইবো দশ দিশ ॥
শুনা ব্যাস মুনিবৰ, চাৰিও বেদৰ সাৰ,
প্ৰচাৰিবা মহা ভাগৱত।
উপজিও পৃথিবীত, লোকৰ চিন্তিয়া হিত,
ভট্টদেৱ নাম হৈব খ্যাত ॥
নাৰদৰ অংশে গৈয়া, বংশীদেৱ নাম লৈয়া,
ভকতিক কৰিও প্ৰচাৰ।
শুকদেৱ মহাযোগী, যাইয়ো পৃথিবীক লাগি,
হৈব সন্তদেৱ নাম যাব ॥
দেৱ ভগবান্ নাম, ধৰিবাহা অনুপাম,
শুনিয়ো দুৰ্ব্বাসা তপোধন।
পুষ্পদন্ত বিদ্যাধৰ, শুনিয়ো আদেশ মোৰ,
পৃথিবীত হুয়ো উতপন্ন ॥
এহি পঞ্চজন গৈয়া, আচাৰ্য্য নামক লৈয়া,
মোক মনে চিন্তিবা সতত।
জীৱক কৰিয়ো দায়া, জ্ঞান উপদেশ দিয়া,
মোৰ নাম কৰিবা বিদিত ॥

মোৰ পাৰিষদগণ, পৃথিবীত উপসন,
হৈবাহা বৈষ্ণৱ বাঢ়জন।
মোৰ নাম গুণ গীত, প্ৰচাৰিবা জগতত,
শুনি দূৰ হৈব পাপগণ॥
শ্যাম, কাম, অনিৰুদ্ধ, যতেক যাদৱগণ,
মোহৰ বংশত উপজিব।
পুত্ৰ নাতি পৰম্পৰে, হৈব সন্ত সাধু নৰে,
গুৰু হুয়া উপদেশ দিব॥
শুনিয়োক ত্ৰিপুৰাৰি, তযু শুদ্ধ মত ধৰি,
স্ত্ৰী, শূদ্ৰ সবেও তৰিব।
মায়াতে মোহিত মন, কত মহা মূঢ় জন,
মত গৰ্ব্বে আমাক নিন্দিব॥
তযু পৰমাৰ্থ কথা, শুনিবন্ত যথা তথা,
তথাপিত মোহ হৈব মতি।
বেদ-বেদাঙ্গৰ মত, উলঙ্ঘন কৰিবন্ত,
দ্বিজক নিন্দিব দিনে ৰাতি॥
কপট বৈষ্ণৱ বেশ, ধৰি কত মূঢ় জনে,
কেৱল ধৰ্ম্মক আচৰিব।
লোকত দেখাইবে খ্যাতি, সিটো মহা মূঢ়মতি,
মনে দেব দ্বিজক নিন্দিব॥

মহামায়া গোসানীক, কেহ জনে নিন্দিবেক,
কেহ নিন্দিবেক লম্বোদৰ।
এহি মতে কত লোক, যাইবে ঘোৰ নৰকক,
কত হৈব সংসাৰৰ পাৰ ॥
যত মহা জ্ঞানী লোক, তুমি আমি দুহান্তক,
দেখিবন্ত একে কলেবৰ ॥
আমু যত সাধু জন পশু পক্ষী পতঙ্গক,
ব্ৰহ্মময় দেখিবে সংসাৰ ॥
তোমাক আমাক যিটো, ভিন্নভাৱ কৰি মানে
শুনা কহো তোমাৰ আগত।
সিটো নৰ আত্মঘাতী, তাৰ আৰ নাই মুক্তি,
সদায়ে থাকিব নৰকত ॥
পৌণ্ড্ৰক নামত খ্যাত, আছে গন্ধৰ্ব্ব লোকত,
শত্ৰুভাবে চিন্তিলা মোহক।
হৈবে তযু সঙ্গী যাই মাধৱ নামক পাই,
প্ৰকাশিব শ্ৰৱণ ধৰ্ম্মক ॥
এহি মতে দেৱ হৰি, সবাকো আশ্বাস কৰি,
শঙ্কৰক আশ্বাসি বহুত।
পাৰ্ব্বতীক প্ৰীতি বাণী, প্ৰবোধিলা চক্ৰপাণি,
হৰ গৌৰী ভৈলা আনন্দিত ॥

শঙ্কৰ বদতি হৰি, কহিয়োক নিষ্ঠ কৰি,
পৌণ্ড্ৰকৰ কথা বিপৰীত।
কি হেতু তোম্মাক সিটো, শত্ৰুভাব কৰিলন্ত,
তাক শুনিবাক মোৰ চিত্ত॥
শুনিয়োক সৰ্ব্বজন, কৃষ্ণক অৰ্পিয়া মন,
দেখা কেনে মাধৱৰ লীলা।
অজ্ঞান আন্ধাৰ নাশি, দামোদৰ ৰূপে আসি,
পুনু পৃথিবীত উপজিলা।
হেন জানি আন কাম, ত্যজি লোৱা তান নাম,
বৃথা কিয় কৰা আয়ু পাত॥
শঙ্কৰৰ আগে হৰি, কহিলন্ত নিষ্ট কৰি,
শঙ্কৰে কহিলা পাৰ্ব্বতাত॥
শুনা সন্ত সধুলোক, মিছা নুবুলিবা মোক,
কহিলোহু স্বৰূপ বচন।
হৰ গৌৰী সম্বাদত, আছে ইটো কথা যত,
তাক চাই লভিবা প্ৰমাণ॥
হেন জানি আন এৰি, সদায়ে ঘোষিও হৰি,
তৰা ঘোৰ সংসাৰ-সাগৰ।
যত ধন জন দেখা যেহেন জলৰ ৰেখা
ইহাত নাহিক কিছু সাৰ।

সংসাৰ অৰণ্য মাঝে ইটো নৰ-তনু-গৃহে,
নব খান দ্বাৰ আছে তাত।
মোহ-অন্ধকাৰ-ৰাতি, বলৱন্ত কাল-চোৰ,
ছিদ্ৰ চাই ফুৰন্ত সতত॥
হেন জানি শৰীৰত, বিষয়ৰ আশা যত
তাহাক এৰিয়ো সাবহিত।
কুলৰ স্বধৰ্ম্ম নীতি, কৰ্ম্মক কৰিবা ইতি,
জ্ঞান-খড়্গ ধৰিবা হাতত॥
সজাগে থাকিবা বসি, স্থিৰ কৰি দুই অক্ষি,
হৰি নাম নছাৰিবা মুখে।
ক্ৰোধ, লোভ, মদ এৰি, খল হিংসা পৰিহৰি,
তৰিবা সংসাৰ তেবে সুখে॥
এৰা বিষয়ৰ ৰঙ্গ, লোৱা মহন্তৰ সঙ্গ,
এৰা আল জাল যত কাম।
কহে দ্বিজ শিশুমতি, আন ধৰ্ম্মে নাহি গতি,
ডাক ছাৰি বেলা ৰাম ৰাম॥

# পৌণ্ড্ৰকৰ উপাখ্যান

—o—

## মাধৱ শঙ্কৰৰ জন্ম ।

শঙ্কৰ বদতি হৰি কহিয়ো স্বৰূপ ।
পৌণ্ড্ৰকে ধৰিলা কেন মতে তযু ৰূপ ॥
কোনবা দেশত থাকে সিটো মন্দমতি ।
কি কাৰণে তোমাক হিংসিলা দিনে ৰাতি ॥
কহিয়োক ইটো কথা শুনো কৰ্ণভৰি ।
শুনা বুলি কহিবাক আৰম্ভিলা হৰি ॥
নাৰায়ণ বদতি শুনিয়ো ত্ৰিলোচন ।
কাশী দেশে ৰাজা আছিলেক সুদৰ্শন ॥
ৰাজাৰ পৰম মিত্ৰ পৌণ্ড্ৰক কপট ।
তাহাঙ্ক আশ্বাস ৰাজা কৰন্ত সতত ॥
পৌণ্ড্ৰকে বোলন্ত শুনিয়োক সৰ্ব্বজন ।
মইসে ঈশ্বৰ আসি ভৈলো উতপন ॥
উদ্ধাৰ কৰিবো পৃথিবীৰ লোক যত ।
হেন জানি লয়ো সবে শৰণ আমাত ॥
দেখিয়ো আমাৰ কেনে ৰূপ চতুৰ্ভুজ ।
সজল জলদ শ্যাম শৰীৰ নিকজ ।

দেখা বনমালা গলে আজানুলম্বিত।
দেখা কেনে পাট পীতভুনি কঙ্কালত ॥
যেন নাটকিব নানা ভাৱ ভঙ্গি দেখি
তাকে সত্য বুলি মনে চাহন্ত নিৰখি ॥
মিত্ৰৰ সম্বন্ধে ৰাজা কৰন্ত সৎকাৰ
সি দেশৰ লোকে তাঙ্ক কৰন্ত আদৰ ॥
হেন মান্য পাই তাৰ গৰ্ব্ব বাঢ়ি গৈলা
শুনা পশুপতি পাছে যেন কথা ভৈলা ॥
উগ্ৰসেন সমে মই আছিলো সভাত।
সেহি বেলা পৌণ্ড্ৰকে পাঠিলা দুই দুত ॥
ৰাম, কাম, অক্ৰূৰ, উদ্ধৱ শাম্ব, গদ,
সাত্যকিক আদি কৰি যত সভাসদ ॥
উগ্ৰসেন ৰাজা সমে সবে আছো বসি।
সেহি বেলা দুই দুত প্ৰবেশিলা আসি ॥
আমাক সম্বোধি কহে যোড় কৰি হাত।
অৱতাৰ ভৈলা আসি কাশী নগৰত।—
—নামত পৌণ্ড্ৰক সৰ্ব্বগুণে অনুপাম।
অৱতাৰ ভৈলা আসি জগতৰ ধাম ॥
তোমাক বুলিলা শুনা কৃষ্ণ মন্দ মতি
মিছাতেহে তোমাক বোলন্ত যদুপতি ॥

মই কৃষ্ণ অৱতাৰ ভৈলো কাশী পুৰে।
সাধিবো কল্যাণ মই সবে জগতৰে॥
মোৰ নাম লৈয়া সিটো বসুদেৱ সুত
গুণ বখানিয়া ফুৰে সমস্ত জগত॥
আবে হেন কহিয়োক মোহৰ বচন
চলবাদ এৰি থাকিবেক মনে মন॥
মোৰ আজ্ঞা যদি নাপালিব হেলা কৰি।
কটিবোহু শিৰ তাৰ হাতে খড়্গ ধৰি।
এহি আজ্ঞা কৰিলন্ত পৌণ্ড্ৰক দেৱ হৰি।
এহি বুলি দুত পাছে থাকিল অন্তৰি॥
হেন শুনি কৃষ্ণ বলভদ্ৰ আদি কৰি।
আনু যদুগণে শুনি হাসে ৰিঙ্গ পাৰি॥
মাধৱে বোলন্ত শুনিয়োক দুতগণ।
জানো আমি পৌণ্ড্ৰক সাক্ষাতে নাৰায়ণ।
পৌণ্ড্ৰকৰ আগত কহিবি নিষ্ঠ কৰি।
এৰিবহু বাসুদেৱ নাম আজি ধৰি॥
আমিয়ো মানিব তাঙ্ক ত্ৰিদশ ঈশ্বৰ।
পৌণ্ড্ৰকৰ আগে মোৰ কহিয়ো উত্তৰ॥
এহি বুলি প্ৰবোধিয়া পঠাইলা দুতক।
আদেশ কৰিলা হৰি যাদৱি সেনাক॥

শুনিয়োক যদুগণ যাইব কাশী ৰাজ্য।
নিশান তুলিয়া সবে বীৰগণ সাজ ॥
হেন আজ্ঞা শুনি যদুগণ পটয়াৰ।
শৰ ধনু ধৰি বাজ ভৈলা চমৎকাৰ ॥
কত ৰথে চৰে কত চৰে হস্তীস্কন্ধে।
দেউ দস্ফ কৰি কত চলে মাল বান্ধে ॥
পাছে দিব্য ৰথ সাজি পৰম উৎসুকে।
মোহৰ আগত ৰথ যোগাইলা দাৰুকে ॥
সেহি ৰথে চৰি বাজ ভৈলো মহাৰঙ্গে।
দাদা বলভদ্রে সাজি গৈলা মোৰ সঙ্গে
বাৱে শিঙ্গা শঙ্খ ভেৰি আনন্দ প্ৰজাৰ
কত বেলি পাইলা কাশী নৃপতিৰ দ্বাৰ ॥
নগৰ বাহিৰে প্ৰজা ৰৈল চমৎকাৰে
পাঞ্চজন্য শঙ্খক ফঙ্কিলোঁ উচ্চৈস্বৰে ॥
ঘোৰ শঙ্খধ্বনি গগনক ভেদি গৈলা।
শুনি পৌণ্ড্ৰকৰ মনে মহা ভয় ভৈলা ॥
সাৰথিক বোলে শীঘ্ৰ ৰথ সাজি আন।
অনুমানে জামো আইলা দৈৱকী নন্দন ॥
মইসে ঈশ্বৰ বুলি কৰি ফুৰে চল।
তাৰ আজি গৰ্ব্ব চূৰ্ণ দিব প্ৰতিফল ॥

হেন শুনি সাৰথি যোগাইলা ৰথখান।
তাতে চৰি পৌণ্ড্ৰকে ধৰিলা ধনুৰ্ব্বান ॥
তাত অনন্তৰে সুদৰ্শন নৰপতি।
বীৰ কাছে কাছি ৰথে চলে মহামতি ॥
নগৰৰ ৰাজ ভৈলা যুঝিবাক মনে।
পাছুত চলিলা চতুৰঙ্গ সেনাগণে ॥
হস্তীগণ চলে যেন সচল পৰ্ব্বত।
তীখাল অঙ্কুশ ধৰি পিঠিত মাহুত ॥
বীৰগণ সদৰ্পে ৰথত যাই চলি।
সাৰথি চলান্ত ৰথ চাবুকক তুলি ॥
বাম হাতে ধৰি আজুৰন্ত বাঘজৰি।
তথাপি নৰহে ঘোড়া যেন যাই উৰি ॥
হেন ৰথগণ চলি যাই লক্ষ লক্ষ।
ঘোটক, গৰ্দ্দভ, উট কোনে কৰে লেখ ॥
বাৱে বাদ্য শুণ্ড কটকৰ মাঝে চানি।
সৈন্যৰ মহলা ভৈলা তেইশ অক্ষৌহিনী
এহি মতে চলন্ত পৌণ্ড্ৰক, কাশী ৰাজ।
মহা উতপাত ভৈলা কটকৰ মাঝ ॥
বাম উৰু লোচন কান্দয় নৃপতিৰ।
জুণ্টিথাই ঘোড়া চাৰি পৰিল ৰথৰ ॥

বিনা বাৱে আগত উফৰি পৰে তক।
ঘোৰ ৰাৱ কাঢ়ি ডাহিনক যাই কেৰু॥
সৈন্যৰ উপৰে গৃধ্ৰগণে ফুৰে পাক।
ধ্বজৰ উপৰে পৰি ডাকে ঢৰাকাক।
সৈন্যৰ উপৰে মেঘ বৰিষে ৰুধিৰ।
আগে পাছে ঘোৰ ধূম্ৰকেতু ভয়ঙ্কৰ॥
হেন বিমঙ্গল দেখি সৈন্যৰ অসুখ।
মোহৰ সৈন্যৰ আসি ভৈলেক সম্মুখ॥
পাছে মই আগ বাঢ়ি চাহিলোঁ নিৰখি।
পৌণ্ড্ৰক সহিতে আসি ভৈলো দেখা দেখি॥
যেন নট বেশ ধৰি সভাত প্ৰবেশ॥
সেহি মত তাৰ শিৰে অকুঞ্চিত কেশ॥
শ্যাম তনু সুলোচন মুখে মন্দ হাস।
কণ্ঠত কৌস্তভ শিৰে কিৰিটী প্ৰকাশ॥
গলে বনমালা আছে অজানুলম্বিত।
কৰ্ণত কুণ্ডল শোভে শ্ৰীবৎস হিয়াত॥
কঙ্কালে প্ৰকাশ কৰে ভূনি পাট পীত।
ৰত্নৰ মেখলা বান্ধি আছয় কটিত॥
ৰুনু ঝুনু কৰি বাজে পাৱত নপুৰ।
হেন দিব্য ৰূপে তাঙ্ক দেখিলো শঙ্কৰ॥

পাছে তাঙ্ক বলিলোহু শুনৰে পৌণ্ড্ৰক।
দূতৰ আগত গালি পাৰিলি মোহক ॥
মইসে ঈশ্বৰ বুলি কাৰিলিহি গৰ্ব্ব।
দেখা তোৰ গৰ্ব্ব আজি কৰিবহু খৰ্ব্ব ॥
হেনয় ঈশ্বৰ তই মোক দেহ ৰণ।
এহি বুলি ক্ৰোধে তুলি লৈলো ধনুৰ্ব্বান ॥
হেন দেখি পৌণ্ড্ৰকেও লৈলা ধনু তুলি।
দহ পাত নাবাচ জুৰিলা মহাবলী ॥
আমাক লাগিয়া শৰ হানিলা আতপে।
আকাশ চানিয়া শৰ আসে একে জোপে ॥
হেন দেখি সাৰঙ্গত অৰ্দ্ধ চন্দ্ৰ জুৰি।
কৰ্ণ মানে টানি প্ৰহাৰিলো লক্ষ্য কৰি ॥
আকাশতে দশ শৰ কাটিলোঁ ত্বৰিতে।
খণ্ড খণ্ড হুয়া শৰ পৰিল ভূমিতে ॥
পৌণ্ড্ৰকৰ হিয়াত তাৰিলো পঞ্চ ভল্ল।
হৃদয়ত পৰি পুঙ্খমানে গৈলা তল ॥
দাৰুণ সন্ধানে তান শ্ৰুতি ভৈলা হত।
কত বেলি কম্পি কম্পি পৰিলা ৰথত ॥
নাহিকে চেতন গাৰে নিষ্পন্দ শৰীৰ।
সৰ্ব্বলোকে বোলে প্ৰাণ গৈলা পৌণ্ড্ৰকৰ ॥

কত বেলি চেতন লভিলা মহাবীৰ।
শীঘ্রে ধনু ধৰি বৰষিবে লৈলা শৰ॥
এহি মতে দুহান্তৰ ভৈলা ঘোৰ ৰণ।
তযু আগে সংক্ষেপে কহিলো ত্রিনয়ন॥
মহা বলৱন্ত বীৰ সমৰে সুজান।
মোৰ শৰ ছোটক নকৰে গনাগণ।
পাছে মই মনত গুনিলোঁ কত বেলি॥
পৌণ্ড্ৰকৰ বধ হেতু শৰ লৈলোঁ তুলি॥
মন্ত্র জপ কৰি শৰ জুৰিলো ধনুত।
প্রকাশন্ত শৰ যেন তৰুণ আদিত্য॥
শৰ জুৰি বুলিলোহু শুনৰে পৌণ্ড্ৰক।
মইসে ঈশ্বৰ বুলি ভাণ্ডিলি লোকক॥
তোৰ যত ঐশিক শকতি দৰশাওঁ।
নুহি মোৰ শৰে যম সদনে পঠাওঁ॥
এহি বুলি শৰপাত প্রহাৰিলো ডাটি।
কিৰিটী কুণ্ডল সমে শিৰ নিলা কাটি॥
ৰথ হন্তে ধলিয়া পৰিল কলেবৰ।
হাহাকাৰ কৰে তাৰ প্রজা নিৰন্তৰ॥
মিত্রৰ অৱস্থা দেখি ৰাজ্জা সুদর্শন।
ক্রোধে ধনু ধৰি প্রহাৰিলা শৰগণ।

সূৰ্য্যৰ কিৰণ ঢাকি ভৈলা তমোময়।
আকাশ পৃথিবী দশদিকে শৰচয় ॥
যাদৱি সেনাৰ আবে ভৈলা মহামাৰ।
শৰে জৰ্জ্জৰিত গাৱ সমস্ত সেনাৰ ॥
কাৰো উৰু কাৰো শিৰ কাৰো বক্ষঃস্থল।
ঘোৰ শৰ ঘাৱে দেহা কৰে টলবল ॥
পলাইবাক লাগি দিশ নাপান্ত উদিশ।
ত্ৰাহি কৃষ্ণ বুলি সবে পাৰন্ত আটাস ॥
কৈতবা আছাহা বলভদ্ৰ মহাশয়।
পৰিত্ৰাণ কৰা হেৰা যাওঁ যমালয় ॥
শত্ৰুৰ হাতত আবে নৰহন্ত প্ৰাণ।
হে ৰাম কৃষ্ণ আবে কৰা পৰিত্ৰাণ ॥
এহি মতে দশ দিশে সৈন্যৰ আৰাৱ।
দেখি ক্ৰোধে আগবাঢ়ি গৈলা বলদেৱ ॥
মুষল ধৰিয়া ভ্ৰমে ঘুৰাইয়া পাক।
মনিব নপাৰি যেন কুমাৰৰ চাক্ ॥
অদভূত কৰ্ম্ম কৰিলন্ত মহাবীৰ।
অস্ত্ৰ সব ছুন্ন কৰি সৈন্য কৈলা স্থিৰ ॥
কামদেৱ সাত্যকি সহিতে বীৰগদ।
বলক প্ৰশংসি কৰিলন্ত সিংহনাদ ॥

সুদৰ্শন ৰাজাৰ যতেক সেনাচয়।
আটাসতে শঙ্কা লাগি ভৈলা মহাভয়॥
হুলস্থূল আন্দোল লাগিল উৰ্ম্মিস্।
ৰণ পৰিহৰি পলাইলা দশদিশ॥
ধৰ ধৰ কৰি যদুগণে ৰিঙ্গ পাৰি।
ক্ৰোধে খেদিবাক লৈলা অস্ত্ৰ শস্ত্ৰ ধৰি।
হেন দেখি সুদৰ্শন ৰাজা আগবাঢ়ি।
মোহৰ সম্মুখ ভৈলা ৰথ গতি কৰি॥
মোহৰ হিয়াত তাৰিলেক ঘোৰ শৰ।
মৰ্ম্ম স্থান ভেদি ধাৰে নিকালে ৰুধিৰ॥
দেখিলোঁ যমক তিৰিমিৰি কৰি মই।
শৰ ছোটে ৰথত পৰিলো মূৰ্চ্ছা যাই॥
গড়ুৰ ধ্বজক তাৰিলেক মবাবলী।
শৰ ছোটে ঘোটক সিঞ্চৰে লেজ তুলি।
তাৰ সঙ্গে যত যুদ্ধ ভৈলেক মোহৰ॥
তযু আগে কতেক কহিব শূলধৰ॥
পাছে তুন হস্তে অৰ্দ্ধ চন্দ্ৰ শৰ লৈলোঁ।
তাহান বধক মনে ধনুত জুৰিলোঁ॥
মন্ত্ৰ অভিষেক কৰি কৰিলোঁ প্ৰহাৰ।
কিৰিটী সহিতে তাৰ ছিন্ন ভৈলা শিৰ॥

সৈন্যৰ মাঝত গৈয়া পৰিল যাদৱ।
পৰিখ মুষল গদা তুলি মাৰে কোব ॥
ঘোৰ গদা তুলিয়া কোবায় ক্ৰোধ কৰি।
একৈক কোবত সৈন্য মৰে দশ কুড়ি ॥
কেহ খাণ্ড বাৰু ধৰি কাটে কঙ্কালত।
কাৰো উৰু শিৰ কাটি পেলাৱে ভূমিত ॥
কদলি বনত যেন পশিলা কুঞ্জৰ।
সেহি মতে প্ৰজাৰ কৰিলা মাহিমাৰ ॥
ৰথ, গজ, বাজি, সেনা যতেক আছিলা।
প্ৰমত্ত যাদৱগণে ক্ষনেকে নাশিলা ॥
ঘোৰ ধৰমাৰ গোল গৈলেক উথলি।
তেজে মাংসে পঙ্কময় ভৈলা ৰণস্থলী ॥
ৰণ জিনি যদুগণ ভৈলেক হৰিষ।
সমদলে ধৰিলন্ত দ্বাৰকাৰ দিশ ॥
এহি মতে বধিলোহু কপট পৌণ্ড্ৰক।
মোৰ হাতে মৰি সিটো গৈলা স্বৰ্গলোক ॥
মৰিবাৰ বেলা মোক দেখিলা সাক্ষাৎ।
সবে দূৰ গৈলা গৰ্ব্ব অহঙ্কাৰ যত ॥
গন্ধৰ্ব্ব লোকত আছে দিব্য ভোগ কৰি।
তযু সঙ্গা হৈব পৃথিবীত অৱতৰি ॥

দৈৱবশে অৱশ্যে তোমাক লাগ পাইব ।
তযু দৰশনত অজ্ঞান দূৰ হইব ॥
সন্ত ৰূপ ধৰি প্ৰচাৰিব হৰিকথা ।
অন্তৰত দেৱদ্বিজ নিন্দিব সৰ্ব্বথা ॥
হৈবেক মাধৱ নাম মহা বুদ্ধিমন্ত ।
কবিতাত বিৰচিব মোৰ গুণ যত ॥
কহিলোঁহু পূৰ্ব্বাপৰ তোমাব আগত ।
নিস্তাৰিও পৃথিবীত লোক সব যত ॥
এহি বুলি নাবায়ণ সভা বিসৰ্জ্জিলা ।
সমস্ত দেৱও নিজ স্থানে চলি গৈলা ॥
বিষ্ণুৰ আদেশে মহাদেৱ ঋষিগণ ।
নিজে নিজে পৃথিবীত ভৈলা উতপন্ন ॥
কেহ ভৈলা ৰুদ্ৰ কেহ দ্বিজবেশ ।
শ্ৰবণ কীৰ্ত্তন প্ৰচাবিব দশদিশ ॥
আছিলা কুসুম নামে কায়স্থ উত্তম ।
মহা দানী মানী ৰূপে গুণে অনুপাম ॥
দৈৱবশে কুসুমৰ নাহিকে সন্তাত ।
আৰাধে শিৱক সিটো গুৰু অনুমতি ॥
অনেক নৈবিদ্য ধূপ দীপ উপহাৰ ।
বিধি মতে শিৱক অৰ্চ্চিয়া মাগে বৰ ॥

এহি মতে দিনে ৰাতি আৰাধে শিৱক।
কতদিনে তুষ্ট ভৈলা ত্ৰিদশ নায়ক॥
কুসুমৰ ভকতিত হৰ তুষ্ট ভৈলা।
আপুনি শঙ্কৰ হুয়া পুত্ৰ উপজিলা॥
দেখি কুসুমৰ আনন্দৰ নাহি পাৰ।
বৈষ্ণৱ ব্ৰাহ্মণে নাম থৈলন্ত শঙ্কৰ॥
পিতৃত কহিলা বালকৰ গুণ যত।
আপুনি শঙ্কৰ তযু গৃহত বেকত॥
কায়স্থ কুলৰ হৈব প্ৰফুল্ল কমল।
উদ্ধাৰ কৰিব বন্ধু বান্ধৱ সকল॥
পৰম চতুৰ হৈব মহা জ্ঞানশীল।
প্ৰচাৰ কৰিব হৰি ভকতিৰ মেল॥
শুনি কুসুমৰ মনে মহা ৰঙ্গ ভৈলা।
দানে মানে ব্ৰাহ্মণৰ মন সন্তোষিলা॥
পূৰ্ব্বে পাৰ্ব্বতীৰ আগে কহিলা শঙ্কৰ।
তন্ত্ৰ মন্ত্ৰ সংহিতা পুৰাণ নিৰন্তৰ॥
ইদানিক পৃথিবীত হুয়া অৱতাৰ।
নানা ছন্দে নৃত্য গীত কৰিব প্ৰচাৰ॥
এহি মতে সন্ত সব হৈব অৱতাৰ।
কৰিব বিনাশ কলি-মল পুনৰ্ব্বাৰ॥

ইসব কথাক শুকে সম্বৰিয়া থৈলা।
আতপৰে যি ঘটিলা কহিবাক লৈলা॥

——o——

## দামোদৰ দেৱৰ জন্ম।

শুকদেৱ বদতি শুনিয়ো নৰেশ্বৰ।
যি মতে জন্মিলা প্ৰভু ৰূপে দামোদৰ।
গৌতমৰ পুত্ৰ পৌত্ৰ অনুক্ৰমে গৈলা।
একাধিক বিংশতি পুৰুষ বহি গৈলা॥
পূৰ্ব্ব তপস্যাৰ ফলে বসুদেৱ আসি।
ক্ষত্ৰিয় শৰীৰ ত্যজি ভৈলা ব্ৰহ্মঋষি॥
যিটো জন পৃথিবীত দেখা ধনৱন্ত।
পৰম চতুৰ অতিশয় গুণৱন্ত॥
শুচিমন্ত শ্ৰীমন্তৰ গৃহত অদ্যাপি।
যোগভ্ৰষ্ট জনে জন্ম ধৰে পুনৰপি॥
নুহিবা উপজে আসি যোগীৰ গৃহত।
গীতাত কহিলা কৃষ্ণে সখি অৰ্জ্জুনত॥
এতেকে জানিবা যোগ ভ্ৰষ্ট বসুদেৱ।
জনমিলা পুনৰপি কোনে নমানিব॥

এতেকতে বসুদেৱ যোগীৰ গৃহত।
উপজিলা সদানন্দ নামে ভৈলা খ্যাত॥
মহাজ্ঞানশীল দ্বিজ বিষ্ণুৰ ভকত।
মুখে মাধৱৰ নাম নুগুছে সতত॥
তান প্ৰিয়া ভাৰ্য্যা সুলক্ষিনী মহা সতী।
ৰূপে স্বনিন্দিতা যেন সতী অৰুন্ধতী॥
নামত সুশীলা সদা স্বামীত ভকতি।
সমস্ত জীৱক বিষ্ণু বুলি যত্নৱতী॥
এহি মতে কতদিন আছে মহাসতী।
তান গৰ্ভে দুই পুত্ৰ ভৈলা উতপতি॥
সৰ্ব্বেশ্বৰ নাম থৈলা প্ৰথম পুত্ৰৰ।
কনিষ্ঠ পুত্ৰৰ নাম থৈলা ৰত্নাকৰ॥
দুই তনয়ক দেখি আনন্দ বিপ্ৰৰ।
দুয়ো ৰূপৱন্ত যেন অশ্বিনী কুমাৰ॥
এহি মতে কতদিন আছে দ্বিজবৰ।
মনত লৈলন্ত বাসা তেজ ঈশ্বৰৰ॥
পৰম বৈষ্ণৱ তেজ ধৰি সদানন্দ।
উজ্জ্বল বদন মহা মিলালা আনন্দ॥
সুশীলাৰ গৰ্ভে দ্বিজ আনন্দে অৰ্পিলা।
বিষ্ণুক গৰ্ভত ধৰি প্ৰকাশে সুশীলা॥

তপ্ত সুবৰ্ণৰ সম ভৈলা উজ্জ্বলিত ।
সুশীলাক দেখি সৰ্ব্ব লোকে আনন্দিত ॥
অনন্তৰে আসি দশ মাস পূৰ্ণ ভৈলা ।
শুভ গ্ৰহগণ আসি একত্ৰে মিলিলা ॥
পৰম মঙ্গল মিলিলন্ত দশো দিশ ।
সজ্জনৰ মনে মহা মিলিলা হৰিষ ॥
স্বৰ্গত দেৱতাগণে কৰে মহাৰঙ্গ ।
বৰষিলা কৌতুহলে মালতী লৱঙ্গ ॥
গহীন গৰ্জ্জন কৰে মেঘে আকাশত ।
নদ নদী প্ৰসন্ন পঙ্কজে সুশোভিত ॥
স্বৰ্গত গন্ধৰ্ব্বে কৰে মৃদঙ্গৰ ধ্বনি ।
অপ্সৰায় গাৱে গীত সুললিত শুনি ॥
প্ৰফুল্লিত উপবন ভৈলা জ্যোতিষ্কাৰ ।
গুঞ্জৰি গুঞ্জৰি মধু খায় মধুকৰ ॥
শীতল মলয়া বায় বহে নিৰন্তৰ ।
সেহি সময়ত উপজিলা দামোদৰ ॥
সুশীলাৰ গৰ্ভ হন্তে ভৈলন্ত বেকত ।
অখণ্ড মণ্ডল চন্দ্ৰ যেহেন উদিত ॥
গৌড়াঙ্গ সুন্দৰ তনু শৰীৰ নিৰুজ ।
চাহন্তে চাহন্তে যেন দেখি চতুৰ্ভুজ ॥

সুন্দৰ বদন যেন পুৰ্ণিমাৰ শশী।
আয়ত লোচন যেন কমলৰ পাহি॥
ভ্রূযুগল মদনৰ ধনু সমতুল।
ৰুচিকৰ নাশা কৰ্ণ বঞ্জে তিলফুল॥
সুঠান চিবুক আতি দেখিবাক সুখ।
অৰুণ অধৰ হাসো হাসো কৰে মুখ॥
কম্বু কণ্ঠ শোভিত বহল বক্ষঃস্থল।
সৰোবৰ সম নাভি ডম্বৰু কঙ্কাল॥
সেহি কঙ্কালত পূৰ্ব্বে জৰি লগাই টানি।
কোপে উৰুখলত বান্ধিলা নন্দৰাণী॥
সেহি বন্ধদৰ সাঞ্চ আছয় কঙ্কালে।
আৰ কত ৰত্নৰ মেখলা সম জ্বলে॥
দুই খান ভুজ জ্বলে আজানুলম্বিত।
কৰী-কৰ সম উৰু বৰ্ত্তুল বলিত॥
চৰণ যুগল যেন নবপদ্ম কোষ।
যাক মনে ধৰি পাৰে ভকতে সন্তোষ॥
পদতল ৰাতুল নবীন কিশলয়।
ধ্বজ ব্রজ পঙ্কজ অঙ্কুশে শোভা পায়॥
শৰীৰৰ কান্তি দশ দিশে প্রকাশন্ত।
অদ্ভুত বালক সদানন্দে দেখিলন্ত॥

মোহৰ গৃহত জনমিলা ভগবান ।
পৰম বিস্ময় ভৈলা তবধ নয়ন ॥
আথে বেথে বস্ত্ৰ সমে কৰিলন্ত স্নান ।
দেৱ বিপ্ৰে ব্ৰাহ্মণক দিলন্ত গোদান ॥
মহাপুৰুষৰ চিহ্ন পুত্ৰৰ দেখিলা ।
পৰম বিস্ময় ভৈলা মনত সুশীলা ॥
কতবেলি সুস্থ হুয়া স্থিৰ কৰি মন ।
ঈশ্বৰ কৃষ্ণক আৰাধিলা কতক্ষণ ॥
মনে বিমৰিষি ৰহিলন্ত দুই প্ৰাণী ।
জগত-জনক প্ৰভু আছা চক্ৰপাণি ॥
সমস্ত লোকৰ শুভাশুভ ফল দাতা ।
দেৱৰ দেৱতা হৰি বিধিৰ বিধাতা ॥
হেন হৰি যাক যেন মতে প্ৰৱৰ্ত্তন্ত ।
তাহানসে যশ চৰাচৰ আছে যত ॥
তেহে উপজিলা কিবা আপোন ইচ্ছায় ।
তাহান অতৰ্ক মায়া কোন জনে পায় ॥
হেন বিমৰিষি ৰহিলন্ত দুই জন ।
নলঞ্চা গ্ৰামত আছে যত প্ৰজাগণ ॥
লৰালৰি কৰি আসি যত নৰ নাৰী ।
কৌতুহলে সবে আসি চান্ত চক্ষু ভৰি ॥

উৰুলি পাৰয় মিলি যত নৰ নাৰী।
দ্বিজে আশীৰ্ব্বাদ দেন্ত বেদ মন্ত্ৰ পঢ়ি॥
নলঞ্চাৰ সমীপে আছয় এক গ্ৰাম।
বটদ্ৰৱা নামে শস্যে মৎস্যে অনুপাম॥
সেহি গ্ৰামে থাকি কথ শুনিলা শঙ্কৰ।
উপজিলা শিশু এক মিত্ৰ-ব্ৰাহ্মণৰ॥
লোকৰ মুখত শুনি শিশুৰ লক্ষণ।
চাহিবে গৈলন্ত সঙ্গে ভক্ত দুই জন॥
দেখিলা শঙ্কৰে শিশু পুৰুষ লক্ষণ।
জ্ঞান দৃষ্টে চাহি আছিলন্ত কতক্ষণ॥
আনে কিছু নাজানন্ত ঈশ্বৰৰ তত্ত্ব।
শঙ্কৰে দেখিলা শিশু ঈশ্বৰ সাক্ষাত॥
মনত গুণন্ত হৰি ভৈলা অৱতাৰ।
অজ্ঞান নাশিব ধৰ্ম্ম কৰিব প্ৰচাৰ॥
অৰ্জ্জুনৰ আগে হৰি মহাভাৰতত।
আপোনাৰ জন্ম কৰ্ম্ম কহিলা সমস্ত॥
যেহি কালে পুৰাতন ধৰ্ম্ম নষ্ট হয়।
অধৰ্ম্ম আচাৰ যি কালত প্ৰৱৰ্ত্তয়॥
সেহি সেহি কালে সখি মোৰ অৱতাৰ।
অধৰ্ম্ম বিনাশি কৰো ধৰ্ম্মক প্ৰচাৰ॥

দুষ্টক সংহাৰি সজ্জনক প্ৰতিপালি।
এহি বুলি অৰ্জ্জুনক কৈলা বনমালী ॥
পুৰাণ ভাৰত আন শাস্ত্ৰৰ সম্মতে।
শুনি আছো ঈশ্বৰৰ কৰ্ম্ম জন্ম যতে ॥
দেখিলা দুৰ্জ্জন কলি সবাক দংশিলা।
পুৰাতন ধৰ্ম্ম কৰ্ম্ম সবাক নাশিলা ॥
হেন দেখি ত্ৰিজগত পতি দেৱ হৰি।
অৱতাৰ ভৈলা আসি জানো নিষ্ঠ কৰি ॥
এহি মতে গুণি মনে কৰিলন্ত স্থিৰ।
ভৈলা বিষ্ণু বুদ্ধি প্ৰেমে ৰোমাঞ্চ শৰীৰ ॥
আনন্দে লোকত দুয়ো নয়নৰ ঝৰে।
গদ গদ বাক্যে বুলিলন্ত ধীৰে ধীৰে ॥
শুনিয়োক দ্বিজবৰ মোহৰ বচন।
তোমাৰ গৃহত জনমিলা নাৰায়ণ ॥
উদ্ধৰিবে মনে পৃথিবীৰ লোক যত।
নিস্তাৰিব তোমাৰ উপৰি বংশ যত ॥
জগতৰ কল্যাণ সাধিব তয়ু সুত।
শুনি সদানন্দ ভৈলা মহা হৰষিত ॥
এহি বুলি নিজ স্থানে গৈলন্ত শঙ্কৰ।
মুখে উচ্চৰন্ত ৰাম কৃষ্ণ দামোদৰ ॥

পাছে সদানন্দ মহা হৰষিত মন।
আনিল বহুত বেদবিৎ বিপ্ৰগণ॥
সুহৃদ সকলে পাছে কৰি সুমঙ্গল।
বালকৰ জাত কৰ্ম্ম কৰিলা সকল।
বেদক বিচাৰি গণি পঢ়ি অনুপাম।
থৈলন্ত শিশুৰ দ্বিজে দামোদৰ নাম॥
শুনা সদানন্দ বুলি দ্বিজ গণে মাতি।
তযু তনয়ৰ হৈব দশোদিশে খ্যাতি॥
জন্মিলা ঋষিৰ যত পুৰুষ একৈশ।
সি কাৰণে আন নাম থৈলা হৃষিকেশ॥
ভকতৰ মনোৰথ সাধিব সকল।
সি হেতু থৈলন্ত নাম ভকত বৎসল॥
নানা সন্ত ধৰ্ম্ম আচৰিব তযু সুত।
ধৰ্ম্ম অনুৰূপে নাম হৈবন্ত বহুত॥
হেন শুনি সদানন্দে ভৈলা হৰষিত।
দানে মানে ব্ৰাহ্মণৰ সন্তোষিলা চিত॥
নানা শিশু লীলা আচৰিলা কত দিন।
অনন্তৰে শিশু আসি বাঢ়িলা যৌবন॥
আনিলন্ত বিপ্ৰগণে কৰি নিমন্ত্ৰণ।
দিলা যজ্ঞ সূত্ৰ বিধিমতে বিপ্ৰগণ॥

দ্বিজগণে কৰ্ণত গায়ত্ৰী জপিলন্ত।
কতদিন ব্ৰহ্মচৰ্য্য ব্ৰত ধৰিলন্ত॥
এহি মতে মনুষ্যৰ চেষ্টাক দেখন্ত।
গৃহ ধৰ্ম্ম কৰিলন্ত দামোদৰ সন্ত॥
গহীনত ভৈলা যেন অগাধ সাগৰ।
পৃথিবী সমান শান্ত ৰূপ পুৰন্দৰ॥
মহা শান্তশীল যশ ঘোষে দশোদিশ।
যেন পূৰ্ণ চন্দ্ৰ সিটো ৰশ্মিয়ে প্ৰকাশ॥
সদায়ে কৰন্ত ভক্তি শ্ৰৱণ কীৰ্ত্তন।
দেখি পিতৃ মাতৃ দোহে আনন্দিত মন॥
আপুনি আচৰে ধৰ্ম্ম লোকক শিখান্ত।
এহি মতে সনাতন ধৰ্ম্ম প্ৰবৰ্ত্তান্ত॥
শুনা সৰ্ব্ব জন আৰে কৃষ্ণৰ চৰিত্ৰ।
শুনন্তে কৰ্ণত যেন বৰিষে অমৃত॥
দুৰ্ল্লভ মনুষ্য তনু নপাইবা সেহ্মৰে।
হেন জানি হৰি পাৰে ভজা নিৰন্তৰে॥
মনুষ্যৰ সুখ দুখ লেখিছে বিধাতা।
তাক ৰাত্ৰি দিনে কি কাৰণে কৰা চিন্তা॥
সুখক ইচ্ছায়ে যদি চলা স্বৰ্গ লোক।
শ্ৰম কৰি ফুৰ যদি দেশ বিদেশক॥

যদি বুৰ দিয়া গৈয়া সপ্ত সাগৰত।
যদি শ্ৰম কৰি বসি থাকাহা গৃহত॥
পূৰ্ব্ব কৰ্ম্ম শুভাশুভ মাত্ৰ কৰ্ম্ম ফল।
অৱশ্যে ইজন্মে আসি মিলিবে সকল॥
কদাচিত নচাবিৰ কৰ্ম্ম ফল যত।
যেন শৰীৰক ছায়া নছাৰে সতত॥
হেন জানি এৰিও আক্ৰোশ আশাকাম।
আন চিন্তা ভাব এৰি চিন্তা ৰাম নাম॥
তেবেসে তৰিবা ঘোৰ সংসাৰ সাগৰ।
নাহি আন শ্ৰেষ্ঠ ধৰ্ম্ম কীৰ্ত্তনত পৰ॥
জানিয়া যতনে তৰিবাৰ কৰা কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥

---

# দামোদৰৰ ধৰ্ম্মপ্ৰচাৰ আৰু নাৰদসম্মিলন।

এহি মতে দেৱ হৰি, কলিমল দূৰ কৰি,
গৃহস্থ ধৰ্ম্মক আচৰন্ত।
পিতৃসেৱ কৰে নিত্য, মাতৃৰ ৰঞ্জিয়া চিত্ত,
দেৱ দ্বিজ সবাকো অৰ্চ্চন্ত॥

বিদেশী সন্ন্যাসীগণে, প্ৰশংসন্ত সৰ্ব্বজনে,
ধন্য ধন্য সুশীলা কুমাৰ ।
ঋষিগণে কৃতাঞ্জলি জয় দামোদৰ বুলি,
জানো তুমি জগত ঈশ্বৰ ॥
অৱতাৰ ভৈলা আসি, অজ্ঞান আন্ধাৰ নাশি
লোকৰ চিন্তিবে লৈলা হিত ।
তযু নাম মুখে স্মৰি, সংসাৰ সাগৰ তৰি,
লৈবো স্থান বৈকুণ্ঠ পুৰত ॥
আন বন্ধু জ্ঞাতিগণ, সবাৰো সন্তোষ মন,
দেখি দামোদৰৰ স্বভাৱ ।
পিতৃ মাতৃ দুহান্তৰ আনন্দৰ নাই পাৰ,
তনয়ৰ নিৰখি প্ৰভাৱ ॥
পূৰ্ব্ব কৰ্ম্ম বন্ধ যত, সবেও ভৈলন্ত হত,
মহা জ্ঞান দুহান্তৰ ভৈলা ।
কাল ভৈলা অৱসান, আগ পাছ কৰি দুয়ো,
প্ৰাণ ত্যজি মুকুতি লভিলা ॥
প্ৰেত কাৰ্য্য সাঙ্গ কৰি লোকাচাৰ অনুসৰি
যত জ্ঞাতিগণ সবে মিলি ।
ব্ৰাহ্মণগণক মাতি, বিধি ব্যৱহাৰে আতি,
দিলা প্ৰেত পিণ্ড জলাঞ্জলি ॥

পাছে দেৱ ভগৱান, গুণিলন্ত মনে মনে,
আৰ ইদেশত থাকো কিক।
যিবা কাৰ্য্যে পৃথিৱীত, অৱতাৰ ভৈলো আসি,
সাধিবহু সমস্ত কাৰ্য্যক ॥
গৌতমৰ মনোৰথ, সিদ্ধি ভৈলা অভিমত,
পিতৃ মাতৃ পৰলোক গৈলা।
নিজ দেশ এৰি পাছে, ভ্ৰাতৃ দুইকো সঙ্গে লৈয়া,
কামৰূপ দেশত আসিলা ॥
তাতে এক দিব্য থান, পাতিলন্ত ভগবান,
দেৱ-গৃহ সাজিলন্ত তথা।
সেহি দেৱ-গৃহে বসি, দামোদৰ মহাযশী,
কহে বেদ পুৰাণৰ কথা ॥
হৰি গুৰু দ্বিজবৰ, আসয় তথাক লাগি
শঙ্কৰ আসন্ত সেহি থান।
যেন ব্ৰহ্মা বিষ্ণু হৰ, একই থানত বসি,
ত্ৰিজগত কৰয় পালন ॥
তিনি জনে আলোচিয়া, মনে বিমৰিষ কৰি
পশ্চিমক পঠাইলা ব্ৰাহ্মণ।
তান হাতে উদ্ধাৰিয়া ভাগৱত শাস্ত্ৰচয়
লভিলা বৈদিক নামৰত্ন ॥

সেহি হৰি নাম গাই দামোদৰ যদুৰাই
আপোনিও কৰিলন্ত মন।
হৰিগুৰু. শঙ্কৰও কহিলন্ত গোপ্য কৰি
সুধা-হৰি-নাম-মহাধন ॥
পাছে দেৱ দামোদৰ, কলি মল কৰি দূৰ
প্ৰচাৰন্ত শ্ৰৱণ ধৰ্ম্মক।
তাঙ্ক দেখি আন নৰ গুৰু উপদেশ লৈয়া
ইটো পন্থ দেখাই লোকক ॥
শুনা সন্ত সাধু নৰ নকৰিবা কিছু ডৰ
অৰ্জ্জুনক কহিলন্ত হৰি।
শুনা সখি ধনঞ্জয় মোৰ জন্ম কৰ্ম্ম লই
তযু আগে কহো নিষ্ঠ কৰি ॥
মই জগতৰ পতি ভৈলো আসি উতপতি
ক্ৰূৰ-কৰ্ম্ম ক্ষত্ৰিয়ৰ ঘৰে।
মোত হন্তে উপজিলা নানাবিধ গুণচয়
চাৰি বেদ শ্ৰুতি নিৰন্তৰে ॥
তথাপিতো সান্দিপনি ব্ৰাহ্মণক গুৰু মানি
পঢ়িলোহু বেদ শাস্ত্ৰ যত,
পূজা বিধি হোম দান কৰো মই অনুক্ষণ
এহি পন্থ দেখাও লোকত।

ক্ষত্ৰিয় আচাৰ কৰি, ঘোৰ ধনুশৰ ধৰি
যুদ্ধ কৰি ফুৰোঁ দিনে ৰাতি।
মই নকৰিলোঁ হন্ত, মোৰ উপদেশ লই
কৰ্ম্ম এৰি যাইব অধোগতি॥
সেহি মতে দামোদৰ সামান্যক দৰশাই
আপোনাৰ নামক উপোক্ষ।
যদি পতিয়ান নাই, গীতাতে বিচাৰি চাই
ইসব কথাক লোৱা সাক্ষী।
এহি মতে দামোদৰ হৰিনাম বেদ সাৰ
ব্ৰাহ্মণক উপদেশ দেন্ত।
শুনি দশো দিশে যত বিশিষ্ঠ ব্ৰাহ্মণ আছে
সবে সেহি থানক আসন্ত॥
হেন দেখি দামোদৰ দিলা হৰি নাম দান
ব্ৰাহ্মণক পৰম সাদৰে।
পাছে বুলিলন্ত বাণী, দামোদৰ চক্ৰপাণি
শুনা দ্বিজগণ নিৰন্তৰে॥
চাৰি দিশে চাৰি জন চলি যাহা দ্বিজগণ
আমাৰ বচন কৰা সাৰ।
আচৰিয়া সদাচাৰ ক্ষমাশীল হৈবা ধীৰ
সন্ত ধৰ্ম্ম কৰিবা প্ৰচাৰ॥

শুনা বংশীদেৱ তুমি পূৰ্ব্বদিশে চলি যাহা
উত্তৰ দিশত ভগৱান।
সন্তদেৱ দক্ষিণত বলদেৱ পশ্চিমত
হৈবা সবে মহন্ত প্ৰধান॥
ভট্টদেৱ দ্বিজবৰ মধ্যদেশে থাকা তুমি
ভাগৱত ধৰ্ম্ম প্ৰবৰ্ত্তাই।
কপিল গোপাল আদি বৈষ্ণৱ সকল থাকা
মধ্যে মধ্যে হৰিগুণ গাই॥
মোৰ ভ্ৰাতৃ পুত্ৰ চয় সবে মহা শুভাশয়
থাকিবাহা মোহোৰ থানত।
আচাৰ্য্য বৈষ্ণৱ সবে কাৰ্য্য কাৰণৰ বেলা
তাসম্বাক মানিবা সতত॥
নেৰিবা শাস্ত্ৰৰ নীতি হৈবা ক্ষমাশীল আতি
সমস্ত প্ৰাণীক কৰা দয়া।
সত্য শুচি ধৰ্ম্ম ধৰি মনত জপিবা হৰি
তেবে নাবান্ধিবে বিষ্ণু মায়া॥
দম্ভ দৰ্প অহঙ্কাৰ হিংসা নিন্দা খল আৰ
ইসবক কৰি পৰিহাৰ।
নিন্দুকৰ নিন্দা শুনি দুষ্টৰ কঠোৰ বাণী
তাহাঙ্ক ক্ষমিবা শতবাৰ॥

সুখ দুঃখ সম কৰি লোক ৰঙ্গ পৰিহৰি
আত্মাৰাম হৈবাহাঁ সতত।
আনু সব মহাজ্ঞান দামোদৰ ভগৱান
কহিলন্ত কৰিয়া গুপুত॥
জ্ঞান যে বিজ্ঞান আদি তদঙ্গ ৰহস্য যত
সন্ত-সঙ্গ প্ৰসঙ্গ বিশেষ।
ভৱ বন্ধ বিনাশন নিৰ্ম্মল ভকতি জ্ঞান
সবাহাতে কহিলা বিশেষ॥
সেহি মহা দিব্য জ্ঞান কৰ্ণ পথে লৈয়া পাছে
সবাহাৰ মনত প্ৰবেশি।
ভৈলা প্ৰেমে পুলকিত আনন্দে নধৰে চিত্ত
প্ৰসন্ন ভৈলেক মুখ আখি॥
দণ্ডৱতে পৰি পৰি কৰিলন্ত নমস্কাৰ
ভকত সকলে থাৰে থাৰে।
কেহ চৰণৰ ধুলি শিৰত লৈলন্ত তুলি
কত ঘুহিলন্ত সৰ্ব্ব গাৰে॥
প্ৰসন্ন বদনে কত চাহিয়াছে নেত্ৰ ভৰি
কত পাদ পদ্মে নিৰিখন্ত।
কাহাৰো লাগিল ধ্যান যেহি অঙ্গে পৰে দৃষ্টি
এক চিত্তে চাহিয়া থাকন্ত॥

এহি মতে আছে যেবে পূজা বলি বিচাৰিবে
মাধৱ আহিলা সেহি থান।
বাৰে বাৰে শঙ্কৰক প্ৰণমিলা চৰণত
শঙ্কৰে দিলন্ত তাঙ্ক জ্ঞান॥
এহি মতে ৰঙ্গমনে দামোদৰ ভগৱানে
আছন্ত সবাৰো মাঝে বসি।
সন্ন্যাসীৰ বেশ ধৰি জগতৰ উপকাৰী
আসিলা নাৰদ মহা ঋষি॥
সন্ন্যাসীৰ বেশ দেখি স্থিৰ কৰি দুই আখি
প্ৰভো দামোদৰে চাই আছে।
আসে ইটো কোনজন বিস্ময় ভৈলেক মন
অনুক্ৰমে চিনিলন্ত পাছে॥
যেন এক প্ৰিয়তম পূৰ্ব্বে ছিলা পুৰুষৰ
কত কালে দেখা দেখি নাই।
পুনৰপি দেখি তাঙ্ক হৃদয়ে মহা আনন্দ
তবধ নয়নে আছে চাই॥
এহি মতে দেৱ হৰি প্ৰফুল্ল নয়ন কৰি
পাছে নাৰদক চিনিলন্ত।
হৃদয়ে আনন্দ বৰ নিজে উঠি আসনৰ
বসাইলা নিজ আসনত॥

পৰম আনন্দে ঋষি বুলিলন্ত হাসি হাসি
শুনা প্ৰভু জগতৰ ধাম।
পূৰ্ণ চক্ষু ভৰি লোক চাহিলা যিমতে মোক
হৈবন্ত পুণ্ডৰিকাক্ষ নাম॥
হেন শুনি দামোদৰে মাতিলন্ত ধীৰে ধীৰে
শুনিয়োক মহন্ত সজ্জন।
আদেশিয়ো ঋষিৰাজ সাধিবহু কিবা কাজ
কিসক আসিলা মোৰ থান॥
তযু পৰশনে আজি পৱিত্ৰ ভৈলুহু আমি
চক্ষু দুইৰো ভৈলন্ত সাফল।
ছাৱাল কালৰ পৰা তযু ধৰ্ম্ম আচৰিলো
আজি সিদ্ধি ভৈলেক সকল॥
ঋষিয়ে বোলন্ত হাসি অৱতাৰ ভৈলা আসি
তুমি নিস্তাৰিলা ত্ৰিজগত।
হুয়া জগতৰ পতি তবু মোক কৰা স্তুতি
ইটো পন্থ দেখোৱা লোকত॥
তোমাক দেখিবে আমি আসিলোঁহাঁ প্ৰভু স্বামি
আন কিছু নাই মনস্কাম।
পূৰ্ব্বে মহা প্ৰলয়ত মৎস্য অৱতাৰ কালে
কহিলন্ত মোত নাৰায়ণ॥

সেহি তযু দৈববাণী পূৰ্ব্বকালে আছো শুনি
তযু মহিমাৰ নাহি ওৰ।
যুগে যুগে অৱতাৰ ধৰি হৰিলা ভূভাৰ
কৰিলাহা দুষ্টক সংহাৰ॥
কলিৰ লোকক এবে নিস্তাৰ কৰিবে মনে
ধৰিলাহা প্ৰভু অৱতাৰ।
নমো দামোদৰ নাম লোৱে সবে অনুপাম
তৰিবাহা সংসাৰ নিকাৰ॥
তোমাৰসে ভৃত্য আমি তযু গুণ নাম স্বামি
সদাই ফুৰোহোঁ মুখে গাই।
ত্ৰিভূবন পৰ্য্যটিয়া ফুৰোঁ আনন্দিত হুয়া
তযু মায়া বিভবক চাই॥
এহিসে কাৰণে প্ৰভু আসি লোহোঁ তযু থানে
তুষ্ট হুয়ো জগতৰ পতি।
আনু নানা স্তুতি বাণী বুলিলা নাৰদ মুনি
চলি গৈলা কৌতুহলে আতি॥
নাৰদে কহিলা যত পূৰ্ব্বাপৰ আদি অন্ত
দামোদৰ আছিলন্ত শুনি।
আনো কেহ নাজানিলা, প্ৰভু দামোদৰ দেৱে
কাতো নকহিলা মনে গুণি॥

পৰীক্ষিত নৃপে পাছে ঋষিক বুলিলা পুনু
কহা গুৰু স্বৰূপ বচন।
মহা প্ৰলয়ৰ অন্তে কি কৰিলা নাৰায়ণে
কি কথা শুনিলা তপোধন॥
সি সব কথাক মোৰ শুনিবাৰ যাই ইচ্ছা
কহা গুৰু ধৰোঁ চৰণত।
শুনি ঋষি ৰঙ্গ মনে ৰজাক প্ৰশংসি ঘনে
আৰম্ভিলা কথা ভবিষ্যত॥
শুনিয়ো মহন্ত লোক নিন্দা নকৰিবা মোক
শুনা সন্ত চৰিত্ৰ পয়াৰ।
দূৰ হৈবে ভব দুঃখ মিলিবেক মহা সুখ
বিষয় বাসনা হৈব দূৰ॥
হেন জানি সৰ্ব্বলোক আন চিন্তা এৰিয়োক
বৃথা কয় কৰা আয়ুপতি।
মিছা মায়াময় গৃহ ইহাত নকৰা স্নেহ
ভজা দামোদৰ চৰণত॥
ধন জন যৌবনৰ যিটো গৰ্ব্ব অহঙ্কাৰ
তাক ত্যজি ভজা চক্ৰপানী।
বলবন্ত কালে পাই সবে ভস্ম কৰিবেক
যেন তৃণ বাতাসে অগণি॥

যিটো পক্ষী নিৰন্তৰে আকাশে উড়াও কৰে
তথাপি নেৰাই কালৰ হাত।
মৎস্য, কাছ, জলচৰ গভীৰ জলত থাকে
তবু পৰে কালৰ হাতত॥
স্থাবৰ জঙ্গম যত, ব্ৰহ্মলোক পাতালত
কালৰ হাতত ৰক্ষা নাই।
ভয়ঙ্কৰ কলেবৰ দীঘল দুখান কৰ
বিদূৰত ধৰে লাগ পাই॥
কেশত ধৰিয়া আনি বেগে লই যাই টানি
বাসা দিবে ঘোৰ নৰকত।
আৰু যেবে আছে ভয় শুনা সভাসদ চয়
ঝাণ্টে ভজা হৰি চৰণত॥
হৰিক চিন্তিয়ো মনে নেৰিবাহা ৰাত্ৰি দিনে
তেবেসে সন্তুষ্ট হৈবে হৰি।
হৰিৰ প্ৰসাদে যেবে মনোৰথ সিদ্ধি হবে,
তেবে ঘোৰ ভব মায়া তৰি॥
যদি হিত শুনা বোল বিষয়ে নহবা ভোল
কহে দ্বিজ হৰিৰ চৰিত্ৰ।
এৰা মায়া মোহ কাম ডাকি কোলা ৰাম ৰাম
তেবে স্থান পাইবা বৈকুণ্ঠত॥

## পদ।

জয় নমো যাদৱ মুকুন্দ দয়াশীল।
দামোদৰ ৰূপে কলি যুগে জনমিল॥
পাষণ্ড মৰ্দ্দন কৰি প্ৰচাৰিলা ধৰ্ম্ম।
কহিলো তাহান জন্ম ৰহস্য উত্তম॥
শুকমুনি বোলন্ত শুনিয়ো নৃপবৰ।
কহিবো তোমাত ভবিষ্যত কথা সাৰ॥
শুনা বাসুদেৱৰ ৰহস্য জন্ম কৰ্ম্ম।
মঙ্গলৰো মঙ্গল ধৰ্ম্মৰো মহা ধৰ্ম্ম॥
সৰ্ব্ব পাপ বিমৰ্দ্দন সৰ্ব্ব পুণ্যসাৰ।
সাৱধানে শুনি যাক তৰিবা সংসাৰ॥
যিকালত ভৈলা নষ্ট শুনিয়ো জগত।
নষ্ট ভৈলা স্থাবৰ জঙ্গম আছে যত॥
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি তৰুণ আকাশ।
জ্যোতি ৰূপ বসু প্ৰাণী সবে ভৈলা নাশ॥
সেহি বেলা কৰযোৰে প্ৰভুৰ আগত।
নাৰদে পুছন্ত কথা কৰি প্ৰণিপাত॥
নাৰদ বদতি কথা জগত আধাৰ।
তযু চৰণত মাগো এখানি গোচৰ॥

পূৰ্ব্বে তযু কটাক্ষতে সৃজিলা সংসাৰ।
কোনৰূপ হুয়া বিনাশিলা পুনৰ্ব্বাৰ ॥
পুনৰপি ত্ৰিজগত সৃজিল কিমতে।
কহা মোত সবিশেষ নমো দণ্ডৱতে ॥
কোন কোন ৰূপ ধৰা কোন বা কাৰণে।
কি মতে তোমাক প্ৰভু পাইব দৰশনে ॥
যদি অনুগ্ৰহ আছে প্ৰভু চক্ৰপাণী।
কহিয়ো আমাত কৰ্ণ ভৰি থাকো শুনি ॥
ঈশ্বৰ বদতি ঋষি শুনা মহাভাগ।
পৰম ৰহস্য কইবোহো তযু আগ ॥
শুনিয়ো উত্তম জন্ম ৰহস্য আমাৰ।
যাক পৰি শুনি লোকে তৰিব সংসাৰ ॥
প্ৰথমে হৈবহু মৎস্য ৰূপে অৱতাৰ।
প্ৰলয়ৰ হন্তে বেদ কৰিবো উদ্ধাৰ ॥
কৰিবে আমাত ভক্তি সত্যব্ৰত ৰায়।
দেখাবো মহিমা তাঙ্ক মায়া সমুদায় ॥
কৰিবহু চাৰিবেদ জগতে প্ৰচাৰ।
সেহি বেলা আমাক দেখিবা মুনিবৰ ॥
অমৃতক আশে দেবে মথিব সাগৰ।
সি বেলা দেখিবা মোক কূৰ্ম্ম অবতাৰ ॥

কলেবৰ লক্ষ প্ৰহৰেক জুৰি আসি।
পৃষ্ঠভাগে মন্দাৰক শৰীৰ উল্লাসি॥
উপজিব দেখিবা বৰাহ ৰূপ ধৰি।
দন্ত অগ্ৰে ভূমি উদ্ধাৰিব লীলা কৰি॥
আদি দৈত্য হিৰণ্যাক্ষ নামে মহা চন্দ।
জগত কম্পাই সিটো কৰিব উদণ্ড॥
সিবেলাত আমাক দেখিবা নেত্ৰ ভৰি।
মাৰিবো দৈত্যক দন্তে হৃদয় বিদাৰি॥
ভ্ৰাতৃশোকে হিৰণ্যকশিপু দুৰজয়।
মাধৱত পৰে মোৰ বৈৰি আন নাই॥
এহি বুলি মোক নিন্দা কৰিব অসুৰ।
দেখি তাৰ হাতে ৰক্ষা নপৰে সংসাৰ॥
ব্ৰহ্মাৰ বৰত তাৰ অবধ্য শৰীৰ।
সিকাৰণে হৈবো নৰসিংহ অবতাৰ॥
পৃথিবী কম্পাবো ঘোৰ সিংহনাদ কৰি।
গোট গোট কৰি বাহিৰাই যত নাড়ী॥
অসুৰক নাশি শিৰে বান্ধিব পাগুৰি।
স্বৰ্গ মৰ্ত্ত্য পাতাল কম্পিব থৰ থৰি॥
ৰুধিৰে প্লাবিত হুয়া তেজিব ঘোৰ নাদ।
দেৱগণে সমে ভীত হৈবাহা নাৰদ॥

দৈত্যৰ ঈশ্বৰপুত্ৰ প্ৰহ্লাদৰ নাতি।
দেৱতাক খেদি কাঢ়ি লৈব অমৰাৱতী॥
নসহে শৰীৰে দেখি দেৱৰ বিলাই।
অদিতিৰ গৰ্ভে পাছে জনমিব মই॥
হৈবন্ত বামন ৰূপ জগত প্ৰখ্যাত।
কৰিব কশ্যপ পিতৃ জাত কৰ্ম্ম যত॥
যজ্ঞ সূত্ৰে দিব ঋষিগণে ৰঙ্গ কৰি।
দেখিবা নাৰদ মোক হৈব ব্ৰহ্মচাৰী॥
ঋষিগণ সমে চলি যাব যজ্ঞস্থান।
মাগিব বলিত তিনি পদ ভূমি দান॥
তপবলে মন মোহ কৰিব ৰাজাৰ।
দিব বুলি বলি কৰিবেক অঙ্গীকাৰ॥
শুক্ৰে নিষেধিব তবু বাধাক নুশুনি।
উছাৰ্গিয়া দিব বলি ভূমি পদ তিনি॥
পাছে এক পদে জুৰিবহু ভূমি খণ্ড।
আন পদে সাত স্বৰ্গ জুৰিব ব্ৰহ্মাণ্ড॥
আৰ এক চৰণ দিবৰ নাই ঠাই।
দেখি দৈত্যৰাজ হৈব অন্তৰিক্ষ প্ৰায়॥
সেহি ছিদ্ৰ পাই বান্ধ বান্ধিব বলিক।
স্বৰ্গক নিকালি পঠাব পাতালক॥

দেৱক স্থাপিব নিজ অমৰাবতী পুৰে।
সেহি কালে আমাক দেখিবা মুনিবৰে॥
হৈবহু পৰশুৰাম যমদগ্নি সুত।
সিটো অৱতাৰে কৰ্ম্ম কৰিব অদ্ভুত॥
পিতৃ বধ শোকে ক্ৰোধে কৰি আশবিষ।
হাতে লৈব পৰশু-কুঠাৰ মহা বিষ॥
তিনি সাত বাৰ ঘুৰি পৃথিবী মণ্ডল।
বিনাশিব ক্ৰোধে ক্ৰুৰ ক্ষত্ৰিয় সকল॥
সসাগৰা পৃথিবী কশ্যপে দিব দান।
সি বেলাত আমাক দেখিবা তপোধন॥
দ্বাপৰৰ আগে ত্ৰেতা যুগৰ শেষত।
শ্ৰীৰাম ৰূপত কৌশল্যাত হৈব জাত॥
হৈব মহা আনন্দ কৌশল্যা মহাভাগা।
যজ্ঞ কৰিবাক বিশ্বামিত্ৰে নিব মাগি॥
লগত চলিব মোৰ লক্ষ্মণ ভৈয়াই।
বাটতে মাৰিব তাৰকাক লাগ পাই॥
পাছে বিশ্বামিত্ৰে ধনুৰ্ব্বাণ শিখাইবন্ত।
যজ্ঞক ৰাখিম ৰাক্ষসক কৰি অন্ত॥
পাছে ঋষি সমে যাইব মিথিলা নগৰী।
পথত মুকুত হৈব অহল্যা সুন্দৰী॥

পাছে প্ৰবেশিব যাই স্বয়ম্বৰ স্থল।
মোক দেখি জনকৰ হৈব কৌতুহল ॥
ঋষিৰ আদেশে গৈয়া ধনুক ভাঙ্গিব।
অনেক নৃপতিগণ যুদ্ধে বিনাশিব ॥
সীতাক পাইবহু ভাৰ্য্যা পৰম সুন্দৰী।
মহাৰঙ্গে যাইব মই অযোধ্যা নগৰী ॥
ক্ৰোধে বাট ভেণ্টিব পৰশুৰাম হৰি।
তান স্বৰ্গ-পন্থ ছেদিব শৰ কৰি ॥
মোক ৰাজা পাতিব পিতৃৰ হৈব মন।
চল বাদে কৈকেয়ী খেদিব ঘোৰ বন ॥
সূৰ্পনখা পাপিষ্ঠা আসিব বৰিবাক।
লক্ষণৰ হাতে ছেদিবহু কাণ নাক ॥
সিহেতু আসিব ধাই অনেক ৰাক্ষস।
বধিব বিৰোধী খৰ দুষণ অশেষ ॥
আনন্দে থাকিব মই দণ্ডকৰ বনে।
সীতাক হৰিব তৈতে দুৰ্জ্জয় ৰাৱণে ॥
সীতাৰ উদ্দেশ্যে শোকে ফুৰিব বিচাৰি।
পন্থ অনুক্ৰমে পাইব ঋষ্যমুখ গিৰি ॥
মিত্ৰ পাতি সুগ্ৰীবত কৰিবহু কাৰ্য্য।
বালি বধ কৰি সুগ্ৰীবক দিব ৰাজ্য ॥

ৰাজাৰ আদেশে হনু সীতাক খুজন্ত।
দগধ কৰিব লঙ্কা নগৰ পৰ্য্যন্ত॥
সুগ্ৰীব সহিতে সাজি যাইব লঙ্কাপুৰী।
নেদিবন্ত পন্থ সিন্ধুৰাজে গৰ্ব্ব কৰি॥
হৈব মহক্ৰোধ মোৰ দেখিয়া সাগৰ।
ভয়ে উপদেশ দিব সেতু বান্ধিবাৰ॥
বানৰ সহিতে কৰিবহু সেতু বন্ধ।
লঙ্কাত সবংশে বধিবহু দশস্কন্ধ॥
বিভীষণে ৰাজ্যে স্থাপি আনিব সীতাক।
অগ্নিত পৰীক্ষা কৰি ফিৰিব ৰাজ্যক॥
ৰাজ্যক ভুঞ্জিব দশ হাজাৰ বৎসৰ।
এহি মতে দেখিবা আমাক মুনিবৰ॥
ত্ৰেতাৰ শেষত কলি যুগৰ আদ্যত।
হলিৰাম ৰূপে ৰোহিণীত হৈব জাত॥
নিজ অস্ত্ৰ মুষলক ধৰিব উছাই।
দুষ্ট দানবক বধি কৰিবহু ছাই॥
সিবেলা আমাক দেখিবা নেত্ৰ ভৰি।
এহি মতে পৃথিবীত ফুৰিব প্ৰচাৰি॥
শুনিয়ো নাৰদ মোৰ পূৰ্ণ অৱতাৰ।
কৃষ্ণৰূপ ধৰি হৰিব ভূমি ভাৰ॥

ভাদ্ৰৰ মাসত কৃষ্ণ অষ্টমী তিথিত।
ৰোহিণী নক্ষত্ৰ মিলিবে সিবেলাত ॥
মধ্যম নিশাত অন্ধকাৰ হৈব ছন্ন।
পৰম মঙ্গল কাল হৈব সুশোভন ॥
বসুদেব গৃহে হৈব দৈবকীত জাত।
বাসুদেৱ নাম মোৰ হৈবেক প্ৰখ্যাত ॥
কংস ভয়ে গোকুলত বসুদেৱে থৈব।
নিজ পুত্ৰ বুলি নন্দ-যশোদা মানিব ॥
জাত কৰ্ম্ম কৰি গৰ্গ ঋষি নাম থৈব।
শুনি নন্দ যশোদাৰ আনন্দ মিলিব ॥
শিশু লীলা আচৰিব শুষিব পুতনা।
শকট ভাঙ্গিব চক্ৰবাতৰ পৰাণা ॥
সিকালৰ যত কৰ্ম্ম শুনা তপোধন।
অঘ, বক বধিব ধৰিব গোবৰ্দ্ধন ॥
প্ৰলম্ভ, মুষ্টিক, চানু ধেনুক অসুৰ।
লীলায়ে বধিব দুষ্ট দানৱ প্ৰচুৰ ॥
গোপ সমে বৃন্দাবনে গোধেনু চাৰিব।
ব্ৰহ্মাক মোহিব দুষ্ট কালিক দমিব ॥
তাল ফল ভুঞ্জি হৈব গোৰস সন্তোষ।
বৃন্দাবনে গোপীকাক ক্ৰীড়িব অশেষ ॥

পাছে গোপগণ সমে অক্ৰূৰ সহিত।
কংসক বধিব প্ৰবেশিব মথুৰাত॥
চিণ্ডিব ধোবাব মুণ্ড ভাঙ্গিব ধনুক।
পাছে ৰঙ্গে চলি যাইব কংসব সভাক॥
কুবলয় বধি মাল ঝাকক সংহাৰি।
কংসক বধিব বণে পৃথিবী উপৰি॥
উগ্ৰসেন ৰাজাক পাতিব অধিকাৰ।
বিবাহ কৰিব কন্যা ষোড়শ হাজাৰ॥
কাল যবনক চলে কৰিব সংহাব।
সাগৰ মধ্যত নিৰ্ম্মি দ্বাৰকা নগৰ॥
ভীমৰ হাতত জৰাসন্ধ নিপাতিব।
ধৰ্ম্মৰাজ যজ্ঞে শিশু পালক বধিব॥
তাত পাছে অৰ্জ্জুনৰ হৈবন্ত সাৰথি।
ৰথে চৰি ভাৰত যুদ্ধত হৈব স্থিতি॥
অৰ্জ্জুনে কৰিব কৌৰৱক বুন্দামাৰ।
এহি মতে পৃথিবীৰ সংহাৰিব ভাৰ॥
ঋষি শাপ চলে যদু কুল সংহাৰিব।
পৃথিবী তেজিয়া পুনঃ বৈকুণ্ঠক যাইব।
এই মতে দুৰ্জ্জনক কৰিবন্ত ক্ষয়।
ৰঙ্গ চাই ফুৰিব নাৰদ মহাশয়॥

যেবে মই বৈকণ্ঠ পুৰক যাইব চলি।
দেখি কলি আনন্দে কৰিবে কুলি মালি ॥
দেখিবে উদাঙ্গ ইটো সমস্ত জগত।
কপট বৈষ্ণৱ বেশ ধৰিবে সাক্ষাত ॥
অধৰ্ম্ম অসত্য দুয়ো হৈৱন্ত সহাই।
ক্ৰোধ হিংসা আদি পাত্ৰ মন্ত্ৰিগণ লই ॥
পৰ্য্যটি ফুৰিবে সবে পৃথিবী মণ্ডল।
সমস্ত জগতে তাক দোখ হৈব ভোল ॥
যিটো বাক্য সব কহে কলি দুৰাচাৰ।
সিটো বাক্য সিদ্ধি হেন দেখিবেক নৰ ॥
হৈব সব মোহ দেখি অঘট ঘটন।
জ্ঞান অন্ধ হুয়া লৈব তাহান শৰণ ॥
মায়ায়ে মোহিবে সব সন্ত মহন্তক।
যেন ভাৱ ভঙ্গি দেখাই ফুৰই নটক ॥
এহি মতে মোহিয়া পীড়িবে দুষ্ট কলি।
পাষণ্ডৰ পথ সবে ধৰিবে সমুলি ॥
চাহিবেক দুষ্ট বেদ পথ নাশিবাক।
মহাগৰ্ব্বে ফুৰে দুষ্টে নগনে আমাক ॥
অকালতে বেদ নাশ কৰে কলি কালে।
গৌতমৰ বংশে জন্ম লভিব সিকালে ॥

সুশীলাৰ উদৰত উপজি পুনৰ্ব্বাৰ।
দেখিবা নাৰদ মোৰ পূৰ্ণ অৱতাৰ ॥
দামোদৰ নাম হৈব জগতে প্ৰখ্যাত।
প্ৰচাৰিব সনাতন ভাগৱত মত ॥
পাষণ্ড বিনাশি বেদ পথ ৰক্ষা কৰি।
বৈকুণ্ঠে চলিব পুণঃ পৃথিবীক এৰি ॥
শুনিয়ো নাৰদ কহোঁ আত অনন্তৰে।
উপজিবো শুদ্ধ দিনে মাতৃৰ উদৰে ॥
মৌন হুয়া থাকিবো মুদিয়া দুই আখি।
মোহিবো জগত মোৰ মায়াক প্ৰকাশি ॥
মোহৰ মায়াত সব নষ্ট হৈব জ্ঞান।
দেখিবেক লোকে অধৰ্ম্মক ধৰ্ম্ম হেন ॥
হৈবেক বিষম বুদ্ধি সমস্ত লোকৰ।
যেন হৈব কহো তাক শুনা মুনিবৰ ॥
দেখি দুষ্ট কলিৰ মিলিব কৌতূহল।
ধৰিবে বৈষ্ণৱ বেশ পাষণ্ড সকল ॥
পাষণ্ড সবৰ অৰ্থবাদে সবে ভুলি।
এৰিবন্ত বেদ-পথ মই বৰ বুলি ॥
গুৰু উপদেশ কেহ নুশুনিব কাণে।
গুৰু পূজা শুশ্ৰূষা এৰিব সৰ্ব্বজনে ॥

নেদিব দ্বিজক দান দক্ষিণা অথণ্ডে।
শূদ্ৰে মহা দান লৈব মোহিব পাষণ্ডে॥
নুশুনিব কোন জনে দ্বিজৰ বচন।
দ্বিজগণে সেবিবন্ত শূদ্ৰৰ চৰণ॥
বেদ শাস্ত্ৰ নপঢ়ি হৈবন্ত মূঢ় মতি।
শৌচ সদাচাৰ এবিবেক মন্দমতি॥
কেৱল থাকিব মাত্ৰ স্কন্ধত লগুণ।
নাহি তপ জপ শৌচ সদাচাৰ শূন্য॥
হৈব প্ৰজাগণ মহাদুষ্ট ঘট চোৰ।
নাহি ধৰ্ম্ম তথাপি হৈবেক কামাতুৰ॥
বেশ্যা সম হৈব নাৰী সমস্তে অসতী।
নিজ স্বামী ত্যজি ভজিবেক উপপতি॥
সাত আঠ বছৰৰ সুকোমল বালা।
এহি বয়সতে নাৰী হৈব ৰজঃস্বলা॥
একাদশ দ্বাদশ বৎসৰ অভ্যন্তৰে।
উপজাইবে পুত্ৰ নাৰীসব নিৰন্তৰে॥
নমানি জ্যেষ্ঠক কনিষ্ঠ সহোদৰে।
পিতৃক তনয়ে বুলিবেক খলু ওৰে॥
দাসে গৃহস্থক নমানিবে ঠেহ কৰি।
মহা গৰ্ব্বী কামাতুৰা হৈব কুল নাৰী॥

অল্পমান ক্ষীৰ হৈব ধেনু সমস্তয়।
দুগ্ধত নুহিব ঘৃত জানিবা নিশ্চয়॥
আকাশে মেঘত নুহিবে বহু জল।
শস্য সব হীন হৈব ধৰণী মণ্ডল॥
অকালতে বাঢ়িবেক নদ নদী যত।
দশ দিশে অদভূত মিলিবে উৎপাত॥
কলিত নৃপতি হৈব মহা ম্লেচ্ছগণ।
প্ৰজাক নিৰ্দ্দয়ে দণ্ডিবেক সৰ্ব্বজন॥
ধন নাপালে মাৰি খাইবে প্ৰজাচয়।
এহি মতে প্ৰজাৰ মিলিবে মহাক্ষয়॥
ফলৱন্ত বৃক্ষ সব নধৰিব ফল।
নদ নদী সমস্তৰ ক্ষীণ হব জল॥
চাৰিও জাতিৰ গুচিবেক কুলাচাৰ।
এক অন্ন যৌনিত ৰমিবে সবে নৰ॥
শুনিয়ো নাৰদ মই কি কহিব কথা।
কলিৰ লোকৰ মই কি দিব ব্যৱস্থা॥
অন্নে বস্ত্ৰে নুজুৰিবে সমস্ত লোকৰ।
হৈবেক কুৎচিত প্ৰেত পিশাচ আকাৰ॥
এহি মত কৰি দুষ্টে গ্ৰাসিবে সংসাৰ।
পাছে তাসম্বাক দয়া মিলিবে আমাৰ॥

পাছে মৌনব্ৰত এৰিবহু বোধ কায়।
বিষ্ণুযশা ব্ৰাহ্মণৰ পুত্ৰ হৈব মই ॥
হৈব কল্কি নাম মোৰ জগতে প্ৰধান।
ধৰিবহু হাতত তীখাল খাণ্ডা খান ॥
শীঘ্ৰ বেগে গৈয়া নীল ঘোটকত চৰি।
মোক দেখি নাৰদ অন্তৰ হৈবা ডৰি ॥
সিবেলা সংসাৰে ৰূপ দেখিয়া আমাৰ।
দুষ্ট ম্লেচ্ছ সবৰ চিন্তিব মহামাৰ ॥
পাষণ্ড সবক ক্ৰোধ কৰি আশ ৰিষ।
খাণ্ডা ধৰি বিচাৰি কাটিব দশো দিশ ॥
মধ্যে মধ্যে বাল্য বৃদ্ধ কটো ৰহিৰন্ত।
ঘোটকৰ শ্বাস বায়ু লাগিবে গাৱত ॥
সেহি ঘ্ৰাণে গুছিবে পাষণ্ড বুদ্ধি যত।
হৈব স্থিৰ আয়ু বল বুদ্ধি শান্ত চিত্ত ॥
যেবে ম্লেচ্ছ পাষণ্ড সব ভৈলা ক্ষয়।
কলি গুছি হৈব সত্য যুগৰ উদয় ॥
শুনিও নৃপতি জন্ম কৰ্ম্ম ঈশ্বৰৰ।
নাৰদৰ আগত কহিলা দামোদৰ ॥
প্ৰেমানন্দ ভৈলা মুনিবৰে মন চিত্ত।
শুনিলোহু তোমাত কহিলো আদি অন্ত ॥

যিটো জনে সাবধানে শুনে ইটো কথা।
সমস্ত পাতক হৰে নাহিকে অন্যথা॥
বাঢ়য় ভকতি প্ৰেম হৰিৰ চৰণে।
ঘোৰ মায়া মোহ বন্ধ চিন্তয় তেখনে॥
শুনিলা পাছৰ কথা যতেক আপুনি।
এহিমতে ভকত বৎসল চক্ৰপাণি॥
সৃজন্ত পালন্ত সংহাৰন্ত বাৰম্বাৰ।
ইটো জানা আনন্দ বিলাশ কেশবৰ॥
কলিত নিস্তাৰ হেতু সুধিলা যিসব।
দামোদৰ নাম সন্ত অৱতাৰ হৈব॥
তান নাম গুণ লৈয়া তৰিব জগত।
শুনি পৰীক্ষিত ৰাজা ভৈলা হৰষিত॥
শুনা নৰ নাৰী হৰি চৰিত্ৰ অমৃত।
আন চিন্তা ত্যজি ভজা হৰি চৰণত॥
মনুষ্য হৈবাৰ জানা এহি মানে কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥

---

# ছবি।

নমো নমো নাৰায়ণ তোমাৰ চৰণে হেৰা,
কায় বাক্যে পশিলোঁ শৰণ।
মই পতিতক দয়া কৰা দূৰ হোক মায়া,
তযু নাম পতিত পাবন॥
ভৈলো অন্ন বস্ত্ৰহীন, নাহি বুদ্ধি শুদ্ধ জ্ঞান,
পূৰ্ব্ব জন্মে নভজি তুমাক।
নামাগোহোঁ আন ধন তুমাতে ৰহোক মন;
দাস বুলি ধৰিও আমাক॥
উপজিলো দ্বিজ হুই, কিছু শাস্ত্ৰ জ্ঞান নাই
শুনা সভাসদ নিৰন্তৰ।
গুৰুৰ আদেশ পাই, বিচাৰি শাস্ত্ৰত চাই,
ইটো সন্ত চৰিত্ৰ পয়াৰ॥
আক যেবে মিছা বোলা, যোৱা পণ্ডিতৰ মেলা
ভৱিষ্যত পুৰাণ বিচাৰি।
দেখিবাহা ইটো কথা নাহিকে আত অন্যথা
তেবে মোক প্ৰশংসি বিস্তাৰি॥
শুনা সভাসদচয় নেৰিবা শাস্ত্ৰৰ লয়,
চিন্তা সবে আপোনাৰ হিত।

নাথাকা বিষয়ে ভুলি          সদা ৰাম ৰাম বুলি,
পন্থৰ সম্বল লোৱা বিত্ত ॥
মিছা নৰ তনু পাই,          কিবা আছা ৰঙ্গ চাই,
বোলা মই জীৱ কতো দিন।
শীত গ্ৰীষ্ম অনুক্ৰমে,          দিনে ৰাতি সমাগমে
বৃথা কাৰ্য্য আয়ু ভৈলাক্ষীণ ॥
যেন নদী সমস্তৰ,          বহি যায় জল-ধাৰ,
দিবস ৰজনী সম কৰি।
তথাপি দেখয় নৰে,          সব জল নিৰন্তৰে,
নদীতে আছয় ভৰি পূৰি ॥
সেহি মতে মনুষ্যৰ,          দিনে ৰাতি হুয়া ধাৰ,
শীত, উষ্ণ বেগে আয়ু যায়।
কতক্ষণে ধৰে কালে,          তাক চিনিবাহা ভালে,
বিষয়-আনন্দে আছা চাই ॥
মায়াৰ মাধুৰী পাই,          আছা পুত্ৰ ভাৰ্য্যা চাই,
কেনে নিচিন্তাহা ভগবান্।
অকস্মাৎ যমে ধৰি,          লৈয়া যাবে যমপুৰী,
কোনে ৰক্ষা কৰিব তেখনে ॥
হেন জানি শুনা বুধ,          [redacted],
সদা ৰাম নাম লোৱা মুখে।

সন্তৰ সঙ্গতি লই, হৰিক চিন্তিও যাই,
সংসাৰ তৰিবা তেবে সুখে ॥
কলিত নামেসে গতি, নামত কৰিও ৰতি,
হৈব সিদ্ধি ধৰ্ম্ম অৰ্থ কাম।
কহে দ্বিজ শিশুমতি, সাধিয়ো আপন গতি,
নিৰন্তৰে বোলা ৰাম ৰাম ॥
কৃষ্ণৰ কিঙ্কৰ কবি চন্দ্ৰয়ে ৰচিলা ছবি,
হৰিনামে কৰিয়োক সাৰ ॥
হেন জানি সৰ্ব্বজন, কৃষ্ণ কথা দিয়া মন,
হৰি নামে কৰিয়োক ৰতি।
বলে কবি চন্দ্ৰবৰ, শুনা সবে নিৰন্তৰ,
ভবিষ্যত কথা সমাপতি ॥
আনু সব কাম এৰি, হৰিৰ নামক স্মৰি,
এৰা সবে আল জাল কাম।
বৈকুণ্ঠক যাইবা যেবে, এহি হেতু বোলা তেবে,
নিৰন্তৰে সবে ৰাম ৰাম ॥

———o———

সমাপ্ত